৺মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ ৰচিত

অসমীয়া ভাষাৰ

# হৰিশ্চন্দ্ৰ উপাখ্যান।

মদীয়াগ্ৰজ শ্ৰীশ্ৰীযুক্ত ঋষভচন্দ্ৰ অধিকাৰ

গোস্বামী মহাত্মাৰ আদেশ অনুযায়ী-


শ্ৰীকমলচন্দ্ৰ গোসাঁইৰ দ্বাৰা প্ৰকাশিত

লেটুগ্ৰাম সত্ৰ যোৰহাট, ধৰ্ম্ম পুস্তক এণ্ড কোং

চিনামৰা পোঃ আঃ।


শ্ৰীতীৰ্থনাথ গোসাঁইৰ দ্বাৰা সংশোধিত।

———:○:———


প্ৰথম তাঙ্গৰণ।

যোৰহাট, দৰ্পণ প্ৰেছত,

শ্ৰীটুনিৰাম শৰ্ম্মা দ্বাৰা ছাপা হ'ল।

১৮২৮ শঁক।

# পাতনি ।

৺ মহাপুৰুষ গুৰু শ্ৰীশ্ৰীশঙ্কৰ দেৱ ৰচিত অসমীয়া ভাষাৰ হৰিশ্চন্দ্ৰ উপাখ্যান পুথি খনি লোপ হোৱাৰ সম্ভব দেখি মদ্ জ্যেষ্ঠ শ্ৰীশ্ৰীযুক্ত ঋষভ চন্দ্ৰ অধিকাৰ গোস্বামীয়ে এই পুথি খনি প্ৰকাশ কৰিবলৈ আজ্ঞা কৰাত, এই পুথি প্ৰবন্ধে বিচাৰ কৰি পুৰণি সাঁচি পতীয়া পুথি এখনি পহইখল সত্ৰৰ শ্ৰীযুত তীৰ্থনাথ গোস্বামীৰ দ্বাৰা সংশোধিত কৰাই প্ৰকাশ কৰিলো । এই পুথিত মহা ধৰ্ম্মশালী হৰিশ্চন্দ্ৰ ৰজাই ৰাজসূয় যজ্ঞ কৰি ত্ৰিভুবনত যশস্যা ৰাখে, শেষে বিশ্বামিত্ৰ ঋষিক সৰ্ব্বস্ব দান কৰি ৰাজ্যত্যাগী স্থানান্তৰী হৈ দক্ষিণাৰ অৰ্থে ব্ৰাহ্মণৰ ঘৰত পুত্ৰ ভাৰ্য্যাক বিক্ৰী কৰে । সব শেষত নিজেও চণ্ডালৰ ঘৰত বিক্ৰী হৈ গোলাম স্বৰূপে কাল যাপন কৰি থাকে । ব্ৰাহ্মণক বিক্ৰী পুত্ৰ সৰ্প দংশনত মৃত্যু হৈ পুনৰ কি স্বৰূপে জীৱন প্ৰাপ্ত হৈ তিনিও জনৰ সদগতি হয়, তাৰ অত্যাশ্চাৰ্য্য বিশেষ বৃত্তান্ত ইয়াত সুললিত পয়াৰ চন্দেলিখা আছে, এই পুথি পাঠে ধৰ্ম্ম গ্ৰাহী সকলে যে চতুৰ্পাৰ্শ্বী হৈকিব তাৰ কোনো সন্দেহ নাই । হৰিশ্চন্দ্ৰ উপাখ্যান পুথি খনিৰ সমান হৃদয় বিদীৰ্ণ হোৱা পুথি আৰু নাই । মহা ধৰ্ম্মানুৰাগী সকলে এই পুথি পঢ়ি সদাচাৰ্য্যৰ ফল অতি আৱশ্যক ।

শ্ৰীকমল চন্দ্ৰ গোস্বামী ।

৺মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ ৰচিত অসমীয়া ভাষাৰ হৰিশ্চন্দ্ৰ উপাখ্যান পুথি খনি প্ৰকাশৰ নিমিত্তে সেটুগ্ৰাম সত্ৰৰ শ্ৰীল শ্ৰীযুতঋষভ চন্দ্ৰ অধিকাৰ গোস্বামীয়ে সম্পূৰ্ণ উৎসাহ দি আজ্ঞা-কৰাত নিজ ধৰ্ম্ম ও ভাষা হিতৈষী শ্ৰীযুতকমল চন্দ্ৰ গোস্বামীয়ে আমাৰ দ্বাৰা সংশোধিত কৰাই এই পুথি খনি প্ৰকাশ কৰিছে ই, অতি সন্তোষৰ বিষয়। আমাৰ আসামৰ এনে পুৰণা পুথিৰ প্ৰায় নাম নুমাব লগাত পৰিল, তাৰ ফালে ভদ্ৰ বা অসমীয়া সকলে পিঠি দি কেৱল বঙ্গভাষাৰ ভাটিয়লীয়া পুথি পঢ়ি হে ভাল পোৱাহে হৈছে, এই হেতুকে এনে একোজন নিজ ধৰ্ম্ম ও ভাষাৰ উন্নতি সাধনৰ লোক নোহোৱা হলে একে বাৰেই সৰ্ব্বনাশ। এই কাৰণে শ্ৰীযুত কমল চন্দ্ৰ গোস্বামীয়ে নিজৰ অৰ্থ ব্যয় কৰি ধৰ্ম্ম সম্বন্ধীয় অন্যান্য পুথি বিলাক প্ৰকাশ কৰাত তেওঁক [illegible] সহস্ৰ ধন্যবাদ নিদি থাকিব নোৱাৰি। ভবিষ্যত প্ৰকাশকৰ এই দৰে উৎসাহ বঢ়াই ধৰ্ম্মানুৰাগী ও ভাষাৰ হিতাকাঙ্ক্ষী মহাত্মা সকলে একো খনি গ্ৰহণ কৰাৰ প্ৰাৰ্থনা হয়। আৰু এই পুথি খনিৰ চানেকি প্ৰবন্ধে বিচাৰি এখনিৰ বাজে অধিক পোৱা নহল পোৱা খনিবো অৱস্থা বৰ ভাল নাছিল। এই হেতু মহাবিজ্ঞ সদাশয় মাহাত্মা সকলে কোনো ভুল দেখিলে উপকাৰ মানিম। দোষজ্ঞ সকলে দোষ পৰিত্যাগ কৰি গুণ কৰাৰ প্ৰাৰ্থনা। কিমধিকং বিজ্ঞ পয়ামি।

শ্ৰীতীৰ্থনাথ সত্ৰাধি পতি গোস্বামী
ধ'ল সত্ৰ, যোৰহাট

—:0:—

# হৰিশ্চন্দ্ৰ উপাখ্যান।

শ্ৰীশ্ৰীকৃষ্ণায় নমো নমঃ।



## পদ।

নমোনাৰায়ণ নিৰঞ্জন জগজীৱ।
পুৰাণ পুৰুষ ঋষি কেশ সদাশিৱ॥
দানৱ দলন দামোদৰ আদি দেৱ।
দণ্ডৱতে পৰি কেশৱক কৰো সেৱ॥ ১
কৃষ্ণ পাদ পদ্ম যুগ হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি॥
মাৰ্কণ্ডেয় পুৰাণৰ কথাতে প্ৰধান।
পয়াৰে ৰচিবো হৰিশ্চন্দ্ৰ উপাখ্যান॥ ২
জয় জয় হৰিশ্চন্দ্ৰ নৃপতি তিলক।
ৰাজ সূয় যজ্ঞ যজি ত্ৰিদশ দেৱক॥
স্বশৰীৰে স্বৰ্গে গৈলা সমস্ত নগৰে।
কৃষ্ণৰ চৰণে পদ ভণিলা শঙ্কৰে॥ ৩

বিষ্ণু বৈষ্ণৱৰ কথা দুযো সমতুল ।
শ্ৰৱণ কাৰ্ত্তনে কৰে পাপক নিৰ্ম্মূল ॥
চাণ্ডাল পৰ্য্যন্তে কৰে সবাকে পবিত্ৰ ।
জানি নিৰন্তৰে শুনা বৈষ্ণৱ চৰিত্ৰ ॥ ৪
জৈমুনি বদতি শুনা ধৰ্ম্ম পক্ষি বগ ।
কোন কৰ্ম্ম কৰি হৰিশ্চন্দ্ৰ গৈলা স্বৰ্গ ॥
কি কাৰণে কদৰ্থিলা বিশ্বামিত্ৰ ঋষি ।
কহিযোক কথা মোত পৰম হৰিষি ॥ ৫
পক্ষিগণ বদতি শুনিযো ঋষিবৰ ।
পৃথিবীতে সাৰোত্তৰ অযোধ্যা নগৰ ॥
সংসাৰত যত গুণ গণ অলঙ্কৃত ।
সৰ্ব্বক্ষণে যৈত জনাৰ্দ্দন উপাস্থিত ॥ ৬
নিৰ্ম্মিলা প্ৰবন্ধে বিধি পুৰি বিতোপন ।
স্বৰ্গতো অধিক সুখী যাৰ প্ৰজাগণ ॥
নিধৰ্ম্ম শালী শিষ্ট বৈষ্ণৱ সকলে ।
ঘৰে ঘৰে প্ৰত্যেকে অচলা লক্ষ্মী জ্বলে ॥ ৭
সেহি নগৰত ভৈলা হৰিশ্চন্দ্ৰ ৰাজা ।
পুত্ৰতো অধিক দশ গুণে পালে প্ৰজা ॥
সন্ত মহন্তক ক্ষমাৱন্ত ব্ৰতাৱন্ত
বিষ্ণুৰ ভকত মহাধৰ্ম্ম আচৰন্ত ॥ ৮

অস্ত্ৰ শস্ত্ৰ সমস্ত শাস্ত্ৰতো সুশিক্ষিত ।
বুদ্ধি বৃহস্পতি সম প্ৰতপে আদিত্য ॥
কন্দৰ্প সদৃশ শোভে সুন্দৰ শৰীৰ ।
সৰ্ব্বগুণে গুণান্বিত সাগৰ গম্ভীৰ ৯
নাহিকে লোকৰ শোক যাহাৰ ৰাজ্যত ।
নাহি মাৰি মৰক দুৰ্ভিক্ষ দুখ যত ॥
নাহিকে সচল চোৰ ঘোৰ বিঘ্ন ভয় ।
অকালত নাহি কাৰো মৰণত ভয় । ১০
ধৰ্ম্ম পথে থাপিলন্ত পৃথিবী মণ্ডল ॥
বাঘ বান্দী সম কিছু নাহি বলাবল ।
মহাসুখে প্ৰজা যেন বৈকুণ্ঠত বাসে ॥
স্বৰ্গ মৰ্ত্ত্য পাতাল ব্যাপিল যাৰ যশে ॥ ১১
পৃথিবীৰ ৰাজা গণে যাক বলে নাতে ।
কৰ দিয়া ৰাজা গণে ভৃত্যব্ৰতে খাটে ॥
জল সাগৰক লাগি ভৈলা অধিকাৰ ।
সাতোদ্বীপা পৃথিবীৰ লৱে কৰ ভাৰ ॥ ১২
হীৰা মৰকত মনি মানিক অপাৰ ।
পৰ্ব্বত সমান দোল বান্ধিলা ভাণ্ডাৰ ॥
সুবৰ্ণ ৰজত যত তাক কোনে লেখে ।
যেহি ভিতি চক্ষু চাহে ৰত্নময় দেখে ॥ ১৩

লক্ষ কোটি শকটে শকটে ধন বহে ।
ধনভৰে তল যাই অযোধ্যা নসহে ॥
জগতৰ লক্ষ্মী সবে ভৈল এক ঠাঁই ।
শ্ৰীমন্ত হৰিশ্চন্দ্ৰ ৰাজা ইন্দ্ৰ প্ৰাই ॥ ১৪
এক চক্রে ভুঞ্জে অকণ্টকা বসুন্ধৰি ।
শৈব্যানামে ভৈলা তান প্ৰিয়া পটেশ্বৰী ॥
স্ত্ৰীৰত্ন মাজে লেখি গুণৱতী সতী ।
ৰূপত পাৰ্ব্বতী পতিব্ৰতা পুন্যৱতী ॥ ১৫
পতিপ্ৰাণ পতিজ্ঞান পতিকেসে ধ্যান ।
পতি ব্যতিৰেকে স্বপনতো নাহি আন ॥
নৃপতিৰ প্ৰাণতো অধিক আতি স্নেহ ।
যেন গৌৰী শঙ্কৰে অভিন্ন ভৈল দেহ ।
স্বৰ্গতি ক্ৰীড়ন্তে যেন শচী পুৰন্দৰ ।
লক্ষ্মী সমন্বিতে যেন কেলি কেশৱৰ ॥
সৈব্যা ভাৰ্য্যা সমে হৰিশ্চন্দ্ৰ মহাৰথ ।
পুৰিলন্ত নৃপতিৰ সবে মনোৰথ ॥ ১৭
ৰোহিতাশ্ব নামে ভৈল তনয় ৰাজাৰ ।
যেন পূৰ্ণিমাৰ চন্দ্ৰ শিশু সুকুমাৰ ॥
সৰ্ব্ব সুলক্ষণ একো গুণে নাহি হীন ।
স্নিৰন্তৰ আছে নৃপতিৰ যত চিহ্ন ॥ ১৮

এহিমতে আনন্দতে কতোদিন গৈল
যজ্ঞ কৰিবাক নৃপতিৰ মনভৈল ॥
পুৰোহিত বশিষ্ঠক অনাইলা মতাই ।
বোলন্ত মিনতি কৰি হৰিশ্চন্দ্ৰ ৰাই ॥ ১৯
তযু আশীৰ্ব্বাদ সুপ্ৰসাদে ভূঞ্জোৰাজ ।
ইন্দ্ৰতো অধিক দেখো আমাৰ সমাজ ॥
উপাৰ্জ্জিত ধনৰত্ন যিসে ৰক্ষা হুই ।
কৰায়োক মোক মহা যজ্ঞ ৰাজসূই ॥ ২০
সুবৰ্ণ ৰজত ৰত্ন যত ধন ধান ।
কৰিয়ো সাম্ফুল ব্ৰাহ্মণক দিবো দান ॥
তোমাৰ প্ৰসাদে যজ্ঞ সিজোক সম্প্ৰতি ।
ইটো সূৰ্য্য বংশৰ তুমিসে গুৰু গতি ॥ ২১
শুনিৰঙ্গে ঋষিৰাজে মাতিলন্ত পাছে ।
যত লাগে সম্ভাৰ গৃহতে সবে আছে ॥
ত্ৰৈলোক্যত কোন কৰ্ম্ম তোমাৰ অসাধ্য ।
সত্বৰে অনায়ো বাচি ৰাজা এক লক্ষ ॥ ২২
বশিষ্ঠে কহিলা যত যজ্ঞৰ বিধান ।
হংকাৰে আনিলা ৰাজা লক্ষেক প্ৰমান ॥
যেন যোগ্য আনি সমুচিতে কৰ দিল ।
হৰিশ্চন্দ্ৰ মহাৰাজা যজ্ঞ-আৰম্ভিল ॥ ২৩

সমস্ত সম্ভাৰ মিলাইলন্ত মহাৰাজ ।
অসংখ্যাত ঋষিগণ মিলাইলা সমাজ ॥
বশিষ্ঠে মণ্ডল দিয়া আৰম্ভিলা পূজা ।
ভাৰ্য্যায়ে সহিতে কুশহস্ত ভৈলা ৰাজা ॥ ২৪
প্ৰথমে বোলন্ত পূজিয়োক গণপতি ॥
ৰাজাসে বোলান্ত শুক্ল কমল সুগুতি ।
পৰম পুৰুষ হৰি তাঙ্ক এড়ি আগে ।
কিবা গুণে গণেশক পূজিবাৰ লাগে ॥ ২৫
জগতৰ নাথ সংসাৰৰ আদি মূল ।
বিষ্ণুক পূজিবো প্ৰথমতে দিয়া বল ॥
বিষ্ণুত অৰ্পিবো সব পুষ্প গন্ধ দান ।
বিষ্ণু ব্যতিৰেকে দেৱ নজানোহো আন ॥ ২৬
হৰি তুষ্ট ভৈলে তুষ্টে হোৱে চৰাচৰ ।
হেন বিষ্ণু এড়ি পূজিবোহো লম্বোদৰ ॥
কাচক যতনে যেন পৰিহৰি হীৰা ।
শালগ্ৰাম মাটিত নটিক যেন পীৰা ॥ ২৭
বশিষ্ঠে বদতি শুনা নৃপতি প্ৰধান ।
গণেশক কিসক কৰোহো এতমান ॥
পাৰ্ব্বতীৰ পুত্ৰ যত বিঘ্নিৰ ঈশ্বৰ ।
তাহান ক্ৰোধত কাৰ্য্য হৈব অথান্তৰ ॥ ২৮

নৃপতি বোলন্ত গুৰু নুবুলিবা মোক।
মাধৱক আৰাধিলে যেন লাগে হোক॥
বিঘ্নিৰ শঙ্কাযে নুপূজিবো হৃষিকেশ।
ওকনিক ভযে কোনে মুণ্ডি আছে কেশ॥ ২৯
বশিষ্ঠে লৈলন্ত আনো ঋষিত সন্মতি।
গণেশক এড়ি পূজিলন্ত লক্ষ্মী পতি॥
অনেক নৈবেদ্য এনী বস্তু উপহাৰে।
মাধৱক পূজিলন্ত বিবিধ প্ৰকাৰে॥ ৩০
স্তোত নতি ভকতি কৰিলা বহু ভাৱে।
যাৱত শকতি পূজিলন্ত কৃষ্ণ পাৱে॥
অনেক আহুতি কৰি বহ্নি বিষৰ্জ্জিল।
প্ৰণতি পূৰবকে আদিত্যক অঘ দিল॥ ৩১
বশিষ্ঠকো দিলা আনি দাক্ষণা অশেষ।
হযহস্তী ৰথ দাস দাসী গ্ৰাম্য দেশ॥
অসংখ্যাত ৰথ ৰথি গাৱে অলঙ্কাৰ।
ভণ্ডাৰে ভণ্ডাৰে দিলা সুবৰ্ণ অগাৰ॥ ৩২
আনো ঋষি গণ যত আসন্ত সমাজে।
ভিন্নে ভিন্নে সবাকো আচলা মহাৰাজে॥
দিলা পুষ্প চন্দন বসন অলঙ্কাৰ।
গাৱে গাৱে সুবৰ্ণৰ একো শত ভাৰ॥ ৩৩

হৰিশ্চন্দ্ৰ নৃপতিৰ ৰাজসূয় শুনি ।
অযোধ্যাক আসি সবে ভৰিলা ব্ৰাহ্মণী ॥
অশেষ সেৱকে দেই ভোজন সম্ভৃত ।
দধি মধু মোদক ভুঞ্জন্ত পঞ্চামৃত ॥ ৩৪
ঘৃত লাড়ু পৰমান্ন ভুঞ্জি গণ্ড গোল ।
ঘন ক্ষীৰ খান্তে যেন পেট ভৈল ধোল ॥
তথাপি বোলন্ত মোক আৰু কিছু লাগে ।
উপছি পাত্ৰত থাকে তথাপিতো মাগে ॥ ৩৫
কতো পঞ্চামৃত খুজিলন্ত খাইবো বুলি ।
মুখত নযাই চাই থাকে হাত তুলি ॥
বিধিক স্মৰি মৰ্ম্ম কৰন্ত ব্ৰাহ্মণ ।
এড়িয়ো নোথন্ত যেন কৃপণৰ ধন ॥ ৩৬
খাহন্তে খাহন্তে কতো পাইলে গল মান ।
বস্ত্ৰ আনি যাচন্ত নেদন্ত সমিধান ॥
থিয় দিয়া থাকৈ বান্তি আসিবাক ভৰে ।
যেন মঠ ধৰি যোগী গণে ধ্যান কৰে ॥ ৩৭
এহিমতে ভুঞ্জন্তে ব্ৰাহ্মণ লক্ষ কোটি ।
মনত সন্তোষে পঞ্চামৃত নেই ঘুঁতি ॥
অসংখ্যাত লোকে তাসম্বাৰ ধৰে আলু ।
স্বৰ্গতো লাগিল ব্ৰহ্ম ভোজন ঘঞ্চাল ॥ ৩৮

নৃপতি বোলন্ত ঋষি মোৰ বোল কৰা ।
সমস্ত ভণ্ডাৰ দিলো নিয়া যত পাৰা ॥
শুনি দ্বিজগণে ভৈলা পৰম সন্তোষ ।
ভণ্ডাৰ সোমায়া লগাইলন্ত লুৰি লোস ॥ ৩৯
একৈক ভণ্ডাৰে ৰত্ন লক্ষ কোটি মোন ।
আথে বেথে দাম কৰি চপাৱে ব্ৰাহ্মণ ॥
ওপৰত পৰি তাক মোৰ মোৰ বুলি ।
আপোন ইচ্ছায়ে ওপচান্ত জুলি ॥ ৪০
(বান্ধন্ত ভোকোন্দা কতো গুটি সুবৰ্ণৰ ।
মুকুটা মানিক মনি হীৰা বাখৰৰ ॥
বুঝা লৈয়া তথাপি কৰন্ত হাঁই ফুঁই ।
তাকোনিবে নপাৰিয়া জান্ত কুজা হুই ॥ ৪১
মুণ্ডফুটে বুলিয়া পেলান্ত কতো বুঝা ।
নাকে খৰ উষাশ তানয় হুই কুজা ॥
হাবিধি কিনো মোৰ দৰিদ্ৰৰ চিন্ন ।
ৰাজসূয় যজ্ঞতল গৈল শুজা ঋণ ॥ ৪২
ৰথত তুলিলা কতো আঙ্কোৱালী ধৰি ।
গৃহৰ কৰন্ত বাজ কেঙ্কা জোঙ্কা কৰি ॥
তুলি লৈবে নপাৰিয়া লৈযান্ত ঘসাই ।
শৰীৰৰ বস্ত্ৰ কাঢ়ি চোলক লগাই ॥ ৪৩

গোটে গোটে পেড়া কতো ধৰন্ত স,ৰতি ।
আনে ওচৰক যান্তে লাগে হতা হতি ॥
দেশু উকি পুত্ৰ ভাতৃ সাৰ নাম কাঢ়ি ।
আলগাই নেন্ত পাছে সাতে পাঞ্চ বেঢ়ি ॥ ৪৪
সুবৰ্ণৰ ঝাৰি খুৰি আছে লক্ষ কোটি ।
তাক দেখি কতো ব্ৰাহ্মণৰ আতি মুতি ॥
জোট কৰি বান্ধে ওপৰৰ বস্ত্ৰ কাঢ়ি ।
দুই হাতে লৈ ধান্ত কান্ধত বতো আৰি ॥ ৪৫
তথাপি কৰন্তে যান্তে মনত বিকল ।
মোৰ কি নভৈল হস্তী গোট মান বল ॥
আজি লেযা গেলো হস্তে ভণ্ডাৰ উঁলাশী ।
শতেক পুৰুষ সুখে খাইলো হস্তে বসি ॥ ৪৬
কতো দ্বিজগণে কঙ্কালত বস্ত্ৰ কাছি ।
ৰূপে ওপছাযা মাথে লৈযা যান্ত পাছি ॥
আন্দোল কৰিযা চলি যান্ত বোঝা শিৰে ।
দলদোপ বসুমতি ব্ৰাহ্মণৰ ভাৰে ॥ ৪৭
জোতা জোতে আসন্ত দ্বিজ নিৰন্তৰ ।
চিৰঞ্জীৱ হোক হৰিশ্চন্দ্ৰ নৃপবৰ ॥
যাহাৰ যজ্ঞক ত্ৰৈলোক্যতো নাহি সৰি ।
অদৰিদ্ৰ ভৈল দুখী ভিক্ষী দেশান্তৰি ॥ ৪৮

অন্যথানে কোনে এনে ব্ৰাহ্মণক দিব ।
হৰিশ্চন্দ্ৰ সম দাতা নাহি মুপজিব ॥
থাকিলা কিৰীটি যাৰে চন্দ্ৰ দিবাকৰ ।
এহি কথা মতে সবে চলি যান্ত ঘৰ ॥ ৪৯
ৰাজাৰ সহস্ৰ কোটি ভণ্ডাৰ অনেক ।
নপাৰিলে নিবে শত ভাগৰো ভাগেক ॥
আনো যত প্ৰজা যজ্ঞ শালে আছে আসি ।
দিলা বস্ত্ৰ অলঙ্কাৰ বহু ধন ৰাশি ॥ ৫০
ৰাজসূয যজ্ঞে তুষ্ট ভৈলা চৰাচৰ ।
ত্ৰিদসে সহিতে আনি শংস্ব পুৰণ্ডৰ ॥
স্বৰ্গতো বসিযা প্ৰশংসন্ত দেৱগণ ।
ধন্যধন্য হৰিশ্চন্দ্ৰ সাম্ফল জীৱন ॥ ৫১
পাতালতো যশ বাখানন্ত দৈত্য নাগে ।
কিনো মহা যজ্ঞ কৰিলন্ত মহা ভাগে ॥
নভৈলন্ত নোপজিব চৈধ্য ভুবনত ।
সাম্ফল জন্মিল ৰাজা মাতৃৰ গৰ্ব্ভত ॥ ৫২
পক্ষিগণ বদতি জৈমুনি শুনিযোক ।
যজ্ঞত নভৈল তুষ্ট নাহি হেন লোক ॥
বিম্বিৰ ঈশ্বৰ একে গণেশত বাজে ।
পূজা নেপাই গণপতি অধোমুখে লাজে ॥ ৫৩

থাক থাক কৈক যাইবি ৰাজা অহঙ্কাৰী
আৰ মান সাধো বুলি মোচকন্ত ডাৰি ।
মান্য খণ্ডি মোক তই নোপুজিলি আগে ।
তাৰ প্ৰতিফল দিবো নছাৰিবে লাগে ॥ ৫৪
এহি শুণি গণেশৰ মনে সুখ নাই ।
পাছে পাছে ৰাজাৰ ফুৰন্ত চিদ্ৰ চাই ॥
নৃপতিও আপোনাৰ পুৰি মনোৰথ ।
বিষ্ণুক চিন্তিয়া সুখে ৰহিলা ৰাজ্যত ॥ ৫৫
শুনিযোক সভাসদ যত নিৰন্তৰ ।
পৰমাৰ্থ কথা মাৰ্কণ্ডেয় পুৰাণৰ ॥
হৰিশ্চন্দ্ৰ চৰিত্ৰ শুনা অনুপাম ।
পাপৰ নিৰ্য্যান হোক বোলা ৰাম ৰাম ॥ ৫৬

———:0:———

## ছবী ।

ধৰ্ম্ম পক্ষি গণে বোলে, শুনিয়ো জৈমুনি ঋষি,
যেন কথা ভৈলা তাত পাছে ।
এহিমতে হৰিশ্চন্দ্ৰ, পৃথিবী মণ্ডলে ইন্দ্ৰ,
মহাকৃত্য কৃত্য হুয়া আছে ॥
কৃষ্ণৰ প্ৰসাদে নৃপ, ভুঞ্জিলন্ত সাতোদ্বীপ,
ধৰ্ম্ম দেহা চুইলে হৰে পাপ ।

হেন নাহি একো নৰে, পাপত কুচৰ্চ্চা কৰে,
সাক্ষাতে প্ৰজাৰ মাৱ বাপ্‌ ॥ ৫৭
লোকৰ একান্ত মতি, কৰন্ত ভকতি নীত,
ৰাজাৰেসে চিন্তে হীত কাৰ্য্য।
দেৱতো মাগন্ত বৰ, হৰিশ্চন্দ্ৰ নৰেশ্বৰ,
যুগে যুগে কৰন্তোক ৰাজ ॥
সব্যা পটেশ্বৰী যাৰ, স্ত্ৰীৰত্ন মাজে সাৰ,
যেন লক্ষ্মী কৃষ্ণৰ গুচৰ।
গুণত যে হেন বিধি, যেহি বাঞ্চে সেহি সিদ্ধি,
ভোগে যেন তুতি পুৰন্দৰ ॥ ৫৮
এহিমতে অযোধ্যাত, আছাযেবে নৰ নাথ,
দিনেক মন্ত্ৰীক আদেশিলা।
মৃগ মাৰিবাৰ কাজে, যাইবো বিজু বন মাজে,
আনা সৈন্য নকৰি গাফিলা ॥
ৰাজাৰ আদেশ পালি, উঠি মন্ত্ৰী গাৱ চালি,
হাকাৰি আনিলা সমৰাজ।
অনন্তৰে নৰেশ্বৰ, হস্তে ধৰি ধনু শৰ,
যাত্ৰা কৰি আসিভৈলা ৰাজ ॥ ৫৯
আৰোহিলা দিব্য ৰথ, ধৰিলা বনৰ পথ,
অলঙ্ক নৃপতি সেৱা কৰে।

কতোহো চামৰে ধূলি, কতো শ্বেত ছত্র তুলি,
মাথাৰ উপৰ কবি ধৰে ॥
অসংখ্যাত সেনা গণে, অস্ত্র শস্ত্র তেতিক্ষণে,
যোগান ধৰিয়া আগে পাছে।
বাৱে নানা বাদ্য ভণ্ড, চতুৰ্দ্দোলে ছত্ৰদণ্ড,
তুলি ধৰি সৈন্য গণ কাছে ॥ ৬০
অসংখ্য সহস্র ৰথ, চলি যাই ৰাজ পথ,
ধ্বজ দণ্ড গগণ বিয়াপি।
চতুৰঙ্গ সেনা কলে, যুৰি সবে জলে থলে,
চলে এক যুপ কৰি ব্যাপী ॥
লক্ষকোটি গজ বাজী, চলি যাই এক লাগি;
গজ ঘণ্টা শবদ আস্ফাল।
চিহৰে অশংখ্য ঘোৰে, প্রচণ্ড প্রতাৰ গিৰে,
ঘনে ঘনে যাই ভূমি চাল ॥ ৬১ ॥
এহি মতে মহাৰাজ, চলি যান্ত বনং মাজ,
দেখিলন্ত বিমঙ্গলে হেতু।
সর্প আসি বাজ ভৈলা, দক্ষিণে শৃগাল গৈলা,
আগত পৰিলে ধূমকেতু ॥
কন্দে বাম কৰ উক, অনা বায়ু ভাগে তৰু,
পর্ব্বত শিখৰ পৰে খসি।

সঘনে নির্ঘাত পৰৈ, ঘনে ঘনে ভূমি লৰৈ,
এক আকাশত দুই শশী ॥ ৬২ ॥
দেখি মন্দ অভিপ্রায়, মনত উৎসাহ নাই,
তথাপি বিপাকে নেই টানি ।
এহি মতে মহা ভাগ, অৰণ্যক পাইলা লাগ,
আদেশিলা মৃগ মাৰা হানী ॥
শুনি সবে সেনাগণে, পশি সেহি ঘোৰ বনে,
খেদি মাৰে হড়িণা বৰাহ ।
কতো কতো জাল পাতি, শাল দাণ্ড দিয়া আতি,
কতো কৰৈ অৰণ্যক দাহ ॥ ৬৩ ॥
নৃপতিয়ো ৰথ এড়ি, একতেজি ঘোড়ে চড়ি,
পশিলন্ত সেহিবন মাজ ।
হাতে ধৰি ধনুর্ব্বান, দেখিলন্ত বিদ্যমান,
আগে উপসন্ন মৃগৰাজ ॥
দেখি ৰাজা শেহি চেগে, শৰে বিন্ধিলন্ত বেগে,
সিয়ো অন্তৰিয়া মৃগবৰ ।
জীৱ ভয়ে তেতিক্ষণে, বিজুলি চমকে যেন,
বায়ু বেগে দিলেক লৰ ॥ ৬৪ ॥
ৰাজায়ো ঘোড়াত উঠি, পাছত দিলন্ত ছুটি,
খেদি যাই হাতে পাই পাই ;

যত ৰথ বাজী গজ, কেহু নপাইলেক লাগ,
একেশ্বৰে গৈলা মহাৰাই ॥
হৰিশ্চন্দ্ৰ ৰাজ্যেশ্বৰ, যান্ত যেবে বহুদুৰ,
মনুষ্যৰ শুনিলো শবদ ।
ক্ষণি ক্ষণি শুনি ধ্বনি, চাইলে ৰাজা মনে গুণি,
স্ত্ৰীগণে কৰে আৰ্ত্তনাদ ॥ ৬৫ ॥
কিবা মাযা ৰাক্ষসৰ, কিবা দৈত্য দানৱৰ,
কিবা একো দেৱতাৰ চলে ।
যিহোক সিহৌক ভাগে, তথাপি যাইবাক লাগে,
কোনে কৰে স্ত্ৰীক দুৰ্ব্বল ॥
সমস্তে পৃথিবী মোৰ, আত কোন খণ্ট চোৰ,
যমত ঘেলাৱে আশি গাৱ ।
এহি বুলি মহাৰাই, মৃগ এড়ি যান্ত ধাই,
যথাতে শুনন্ত আৰ্ত্তৰাৱ ॥ ৬৬
নমো নমো নাৰায়ণ, বিঘিনি খণ্ড প্ৰভু,
ভকত জনক কৰা দায়া ।
হৰি পদ প্ৰসাদত, সিদ্ধি হৌক অভিমত,
নাশ যাউক সংসাৰৰ মায়া ॥
কৃষ্ণৰ চৰণ সেবি, ৰচিলন্ত পদ ছৱী
কেশৱৰ কিঙ্কৰ শঙ্কৰে ।

শুনিযোক নৰ লোক, কলিত সদগতি হোক,
হৰি হৰি বোলা নিৰন্তৰে ॥ ৬৭

———:0·———

## পদ ।

পক্ষি গণ বদতি শুনিযো মহামুনি ।
খেদি যান্ত ৰাজা যেবে আৰ্ত্তনাদ শুনি ॥
সেহি বেলা মনে আলোচন্ত বিঘ্নৰাজ ॥
পাইলো সন্ধি আবে মোৰ সিদ্ধ ভৈলকাজ ॥ ৬৮
তপে দিপ্য মান বিশ্বামিত্ৰ মহা ঋষি ।
মহাবিদ্যা সাধন্ত নিৰ্জ্জন বনে বসি ॥
ব্ৰহ্মাৰো অসাধ্য ইটো বিদ্যামনে গমি ।
ধৰিলন্ত মহাব্ৰত ক্ৰোধক নিয়মি ॥ ৬৯
সহিবে নপাৰি তাৰ তেজৰ প্ৰভাৱ ।
স্ত্ৰীৰূপে বিদ্যাগণে কৰে আৰ্ত্তৰাৱ ॥
নজানিসে খেদি যান্ত নৃপতি আবোধ ।
আৰ নিন্দা বানি শুনি উঠিগৈলা ক্ৰোধ । ৭০
মোক অপমান লগাই আছে দুৰাচাৰ ।
এহি সময়তে আজি সাধো প্ৰতিকাৰ ॥
ঋষিৰ হাতত কৰো ৰাজ্যৰ উচ্ছেদ ।
তেবেসে খণ্ডিবে মোৰ হৃদয়ৰ খেদ ॥ ৭১

এহিমতে গুণি পাছে দেৱতা গণেশ ।
নৃপতিৰ শৰীৰত ভৈলন্ত প্ৰবেশ ॥
ৰাজাৰো উঠিলা আতি দশ গুণে কোপ ।
ৰথত কৰন্তে যান্ত অনেক আতোপ ॥ ৭২
মোহোৰ ৰাজ্যত কোনে চিন্তে অপকাৰ ।
কোন পাপীষ্টৰ আবে কত কতাই ঘাৰ ॥
দুহিবাক লাগি কোনে বাঘিনীক চান্দে ।
মৰিবাৰ ঔষধি গলত তুলি বান্ধে ॥ ৭৩
হেন মন্দকৰ্ম্ম কৰে কোননো অধমে ।
আমাক জোঙ্কাৰৈ আক্ষি মলচিল যমে ॥
গডল কিসক ভুঞ্জে মৰিবাক লাই ।
আজি ঘোৰ শৰে যমপুৰে দিবো ঠাই ॥ ৭৪
স্ত্ৰীক দুৰ্ব্বল কৰে কোননো নিশ্চলে ।
জ্বলন্ত বহ্নিক বান্ধে বস্ত্ৰৰ আঞ্চলে ॥
খানিতেক ৰহ আজি ছেদকৰো শিৰ ।
মোৰ ঘোৰ শৰে পীবে তপত ৰুধিৰ ॥ ৭৫
অনেক গৰ্জ্জন্তে যান্ত ৰাজা মহাবলী ।
শুনি বিশ্বামিত্ৰ আতি ক্ৰোধ ভৈলা জ্বলি ॥
এড়িলন্ত যত মৌন ব্ৰতৰ বিধান ।
চিত্ৰপাহ যত বেশ্যা ভৈল অন্তৰ্দ্ধান ॥ ৭৬

পাছে বিশ্বামিত্ৰক দেখিলা নৰনাথ।
দশন কামুৰ্ষ্ৰি ঋষি ঝঙ্কাৰন্ত মাথ॥
মহাক্ৰোধে জ্বলে দেহা যেন অগ্নি পঞ্চ।
আৰকত চক্ষুক ফুৰান্ত যেন গুঞ্জ॥ ৭৭
শৰীৰৰ পৰাগোটে বহি যাই ঘৰ্ম্ম।
চাহান নজাই যেন কালান্তক যম॥
থাক থাক বুলি দিল আঙ্গুলি নিসান।
দেখি নৃপতিৰ ভৈল অন্তৰীক্ষ প্ৰাণ॥ ৭৮
আথে বেথে ঘোড়াৰ নামিল নৰোত্তম।
উষ্ঠ কণ্ঠ সুখাইল মুখত নাহি পম॥
আছাৰিয়া পেলাইলা হাতৰ শৰ ধনু।
মহাভয়ে প্ৰবেশিল থিৰ নুহি তনু॥ ৭৯
কাম্পে হাত পাৱ সবে শৰীৰ তৰাসে।
যেন অশ্বত্থৰ পত্ৰ পছোৱা বতাসে॥
দণ্ডৱতে পড়ি ৰাজা কৰন্ত কাতৰ।
নজানিযা তোমাক বুলিলো অনুত্তৰ॥ ৮০
আৰ্ত্তনাদ শুনিলোহো স্ত্ৰীৰ বনত।
কোনেযা দুৰ্ব্বল কৰে মোহোৰ মনত॥
সিকাৰণে খেদি আইলো ধৰি শৰ চাপ।
দিয়োক অভয় ক্ষমা কৰা ঋষি বাপ॥ ৮১

এহিমতে গুণি পাছে দেৱতা গণেশ ।
নৃপতিৰ শৰীৰত ভৈলন্ত প্রবেশ ॥
ৰাজাৰো উঠিলা আতি দশ গুণে কোপ ।
ৰথত কৰন্তে যান্ত অনেক আতোপ ॥ ৭২
মোহোৰ ৰাজ্যত কোনে চিন্তে অপকাৰ ।
কোন পাপীষ্টৰ আবে কত কতাই ঘাৰ ॥
ডুহিবাক লাগি কোনে বাঘিনীক চান্দে ।
মৰিবাৰ ঔষধি গলত তুলি বান্ধে ॥ ৭৩
হেন মন্দকৰ্ম্ম কৰে কোননো অধমে ।
আমাক জোঙ্কাৱৈ আক্ষি মলচিল যমে ॥
গডল কিসক ভুঞ্জে মৰিবাক লাই ।
আজি ঘোৰ শৰে যমপুৰে দিবো ঠাই ॥ ৭৪
স্ত্রীক দুৰ্ব্বল কৰে কোননো নিস্খলে ।
জ্বলন্ত বহ্নিক বান্ধে বস্ত্রৰ আঞ্চলে ॥
থানিতেক ৰহ আজি ছেদকৰো শিৰ ।
মোৰ ঘোৰ শৰে পীবে ত্রপত ৰুধিৰ ॥ ৭৫
অনেক গৰ্জ্জন্তে যান্ত ৰাজা মহাবলী ।
শুনি বিশ্বামিত্র আতি ক্রোধ গৈলা জ্বলি ॥
এড়িলন্ত যত মৌন ব্রতৰ বিধান ।
চিত্ররপাহ যত বিন্থা ভৈল অন্তৰ্দ্ধান ॥ ৭৬

পাছে বিশ্বামিত্ৰক দেখিলা নৰনাথ ।
দশন কামুৰি ঋষি ঝঙ্কাৰন্ত মাথ ॥
মহাক্ৰোধে জ্বলে দেহা যেন অগ্নি পঞ্জ ।
আৰকত চক্ষুক ফুৰান্ত যেন গুঞ্জ ॥ ৭৭
শৰীৰৰ পৰাগোটে বহি যাই ঘৰ্ম্ম ।
চাহান নজাই যেন কালান্তক যম ॥
থাক থাক বুলি দিল আঙ্গুলি নিসান ।
দেখি নৃপতিৰ ভৈল অন্তৰীক্ষ প্ৰাণ ॥ ৭৮
আথে বেথে ঘোড়াৰ নামিল নৰোত্তম ।
উষ্ঠ কণ্ঠ সুখাইল মুখত নাহি পম ॥
আছাৰিয়া পেলাইলা হাতৰ শৰ ধনু ।
মহাভয়ে প্ৰবেশিল থিৰ নুহি তনু ॥ ৭৯
কাম্পে হাত পাৱ সবে শৰীৰ তৰাসে ।
যেন অশ্বত্থৰ পত্ৰ পছোৱা বতাসে ॥
দণ্ডৱতে পড়ি ৰাজা কৰন্ত কাতৰ ।
নজানয়া তোমাক বুলিলো অনুত্তৰ ॥ ৮০
আৰ্ত্তনাদ শুনিলোহো স্ত্ৰীৰ বনত ।
কোনেবা দুৰ্ব্বল কৰে মোহোৰ মনত ॥
সিকাৰণে খেদি আইলো ধৰি শৰ চাপ ।
দিয়োক অভয় ক্ষমা কৰা ঋষি বাপ ॥ ৮১

ৰাজা ভৈলে এহিসে আমাৰ নিজ কাম ।
শৰ ধনু ধৰি ধৰ্ম্মে কৰিবো সংগ্ৰাম ॥
দিব্য মহা দান ৰক্ষা কৰিবো প্ৰজাক ।
এহিসে কাৰণে শ্ৰেষ্ঠ শ্ৰজিলা আমাক ॥ ৮২
ঋষিযে বোলন্ত ৰাজা শুনিযো অবোধ ।
কোনে এবে কৰিবে বনত আৰে যুদ্ধ ॥
কাহাক ৰাখিবে লাগে কাক দিবি দান ।
জান যেবে অতি শীঘ্ৰে দেহ সন্নিধান ॥ ৮৩
ৰাজা বোলে বুঢ়া ব্ৰাহ্মণক দিবোদান ।
ভযাতুৰ প্ৰাণীক কৰিবো পৰিত্ৰান ॥
শত্ৰু সমন্বিতে ন্যায় কৰিবো সংগ্ৰাম ।
স্বৰূপ কহিলো ক্ৰোধ কৰা উপাশাম ॥ ৮৪
হেন শুনি বিশ্বামিত্ৰ দিলা সন্নিধান ।
স্বৰূপত যেবে ব্ৰাহ্মণক দেহ দান ॥
মইতো ব্ৰাহ্মণ তেবে তোৰ চিনা জনা ।
জান্তে মোক ৰাজসূইৰ দিযোক দক্ষিণা ॥ ৮৫
হেন শুনি নৃপতিৰ নামি আইল ধাতু ।
ৰঙ্গমনে বোলন্ত ৰক্ষাৰ ভৈল হেতু ॥
দানক মাগন্ত ঋষি আমাক ন শাপি ।
এড়াইলো প্ৰমাদ উপজিলো পুনৰপি ॥ ৮৬

উলতিয়া স্বৰ্গ যেন পাইলা আনন্দত ।
কড় যোৰে বিনাৱন্ত ঋষিৰ আগত ॥
তোমাক দিবাক পাইবো কত পুণ্যভাগে ।
সত্বৰে বুলিয়ো মোত কিবা দান লাগে ॥ ৮৭
কিবা ৰত্ন ৰজতৰ অলক্ষ ভণ্ডাৰ ।
কিবা ৰাজদন্দ পাত লক্ষ্মী অলঙ্কাৰ ॥
কিবা গজ বাজী আৰু অযোধ্যা নগৰ ।
কিবা লাগে দেও অপোনাৰ. কলেৱৰ ॥ ৮৮
আছে মহাশান্তি সব্যা পৃয়া পটেশ্বৰী ।
ৰোহিতাস্ব পুত্ৰ মোৰ প্ৰাণ এড়ে শৰি ॥
যদি ঋষি খোজা মোত তাক দিবো দান ।
সুহি তেবে বোলাদিবো আপোনাৰ প্ৰাণ ॥ ৮৯
পাইল হেন জানি কিছু নাহি আত শঙ্কা ।
বিস্তৰ বোলন্ত আৰু কয়ো যত টঙ্কা ॥
যেহি মন বাঞ্চা তাক খোজা বিশ্বামিত্ৰ ।
নিস্তে নিস্তে দিবো তাক নাহি কিছু চিত্ৰ ॥ ৯০
হেন শুনি ৰঙ্গভৈলা ঋষিৰ মনত ।
আউৰ কৈক যাশ ৰাজ মোহোৰ হাতত ॥
অনন্তৰে নৃপতিক দিলা সমিধান ।
যতেক যাচিলে তাক পাইলো হেন জান ॥ ৯১

কিন্তু ৰাজসূয়ৰ দক্ষিণা দিয়া আগে ।
পাছে দান খোজ্জি লৈবো মোক যিবা লাগে ॥
প্ৰথমতে যজ্ঞৰ দক্ষিণা আছে খুজি ।
যেন লাগে দিয়োক আপোন মন বুজি ॥ ৯২
নৃপতি বোলন্ত দক্ষিণাক দিবো পাছে ।
আগে দান লৈয়ো মনে যেন ইচ্ছা আছে ॥
হেন শুনি ঋষিয়ে বোলন্ত ভাল ভাল ।
যেবে দান দিবা মোক শুনা মহীপাল ॥ ৯৩
সসাগৰা পৃথিবীৰ যত অধীকাৰ ।
গজবাজী প্ৰজা যত বস্তুৰ ভণ্ডাৰ ॥
গ্ৰাম্য দেশ পৰ্ব্বত যতেক বনস্থলি ।
সমস্তে দিয়োক মোক প্ৰতিজ্ঞা সাক্ষলি ॥ ৯৪
বিস্তৰ বাক্যত ৰাজা নাহি মোৰ কাজ ।
পুত্ৰ ভাৰ্যা সমন্বিতে তুমি মাত্ৰ বাজ ॥
নোখোজোহো পুণ্যক থাকোক তোৰ ভাগে ।
আন যত সৰ্ব্বস্ব সকলে মোক লাগে ॥ ৯৫
ধৰ্ম্ম পক্ষি গণে বোলে শুনিয়ো জৈমুনি ।
কৰিলন্ত হাস্য হৰিশ্চন্দ্ৰে হেন শুনি ॥
সাৰ্থক আৰ্জ্জিলো ৰাজ্য ভাৰ ধন ধান ।
তুমি হেন ঋষিক স্বহস্তে দিবো দান ॥ ৯৬

অসাৰ সংসাৰ জ্ঞানী লোকে হেন কহে ।
যিবা দেই যিবা খাই সেইমাত্ৰ ৰহে ॥
অথিৰ শৰীৰ ক্ষণিকতে হোৱে চন্ন ।
ইসে সাৰোত্তৰ নিৰন্তৰে দান পুণ্য ॥ ৯৭
কহি গৈল দিল্লিপ সগৰ ভগীৰথ ।
কহি গৈলা বলি আদি পৃথু মহাৰথ ॥
মই হেন নৃপতি কতেক ভৈল ঠাই ।
অসাৰ পৃথিবী কাৰো লগত নযাই ॥ ৯৮
আপুনি কৰিবো আজি আক পৰিত্যাগ
মহাদান পুণ্য মৃত্যু ভৈলে দেই লাগ ॥
এহি বুলি হাতে লৈয়া তিল কুশ জল ।
দিলো ঋষি সসাগৰা পৃথিবী মণ্ডল ॥ ৯৯
একেবাৰে বোল্লা মোৰ যত অধিকাৰ ।
আজি ধৰি ভৈল সবে সৰ্ব্বস্ব তোমাৰ ॥
হৰিষ বদনে ৰাজা বুলি এহি বাণী ।
ঋষিৰ হাতত উৎসৰ্গিয়া দিলা পানী ॥ ১০০
বিশ্বামিত্ৰ বোলন্ত সমস্ত পাইলো দান ।
পৃথিবী আমাৰ ভৈল গোখোজ প্ৰমাণ ॥
যেবে তই অকপটে দিলি মহাৰাই ।
গুচি মোৰ ৰাজ্যৰ অন্যত্ৰ লৈয়ো ঠাই ॥ ১০১

তোক লাগ পাইলে মোত নখাটিবে প্ৰজা ।
কৈত্ত শুনিয়াছ এক পাটে দুই ৰাজা ॥
আপোনাৰ পুত্ৰ পত্নী লৈয়া মহাৰাজ ।
কেৱল শৰীৰে এতিক্ষণে হোৱা বাজ ॥ ১০২
নৃপতি বোলন্ত ঋষি যাউক নগৰ ।
তুমি আজি ভৈলা অভিনৱ নৰেশ্বৰ ॥
শিৰত ধৰিবো আজি তোমাৰ আদেশ ।
পুত্ৰ ভাৰ্য্যা সহিতে ত্যজিবো আজি দেশ ॥ ১০৩
এহি হৌক বুলি ঋষি চালিলন্ত গাৱ ।
পাচত নৃপতি চলিযান্ত ভূমি প্তাৱ ॥
গুছিল প্ৰতাপ ৰাজা শ্ৰীভৈল হীন ।
বাঘৰ আগত যেন শঙ্কিত হৰিন ॥ ১০৪
কতোক্ষণে আসি অৰণ্যৰ ভৈলা বাজ ।
নৃপতিক দেখি লাগ লৈলা সামৰাজ ॥
চতুৰ্ভিতি বেঢ়ি আসি ধৰিলা যোগ্যান ।
সবাকো মাতিয়া ৰাজা দিলা সমিধান ॥ ১০৫
আজি ধৰি আমাৰ নাহিকে অধিকাৰ ।
ত্যজিয়া ঋষিক দিলো যত ৰাজ্য ভাৰ ॥
ঋষিত কৰিয়ো সেৱা মোত এড়ি আশ ।
ৰাজ্যক চাড়িয়া আজি কৰিবো প্ৰবাশ ॥ ১০৬

কর্ম্ম যেন ভৈলা মোক নপারিবা গালি।
সর্ব্বক্ষণে থাকিবা ঋষির আজ্ঞা পালি ॥
রোহিতাশ্ব পুত্র মই সব্যা পটেশ্বরী।
এহি তিনি জনে আজি ভৈলো দেশান্তরী ॥ ১০৬
শুনিয়োক পুণ্যকথা যত সভাসদ।
একচিত্তে দেখা কেন ভৈল রাজ পদ ॥
পরম চঞ্চল ধন জন সবে জানি।
আর আশা এড়ি ডাকি বোলা রাম বাণী ॥ ১০৭

———:():———

# ছুলরী।

এতেক বচন, শুনায়া সেনাক,
নিশবদ ভৈল রাজা।
হেন অধম্ভব, কথা শুনি সবে,
ভবধ ভৈলন্ত প্রজা।
(আকাশ-চরগ, মাঠাত পরিল,
মুখর মাত হরিল।
মহাশোকশেল, হিয়াত পরিল,
থিয়য়ে যেন মরিল ॥ ১০৮)
হরি হরি বিধি, কিহত কি ভৈল,
হাসিতে হরাইল রাজ।

নৃপতিক চাই, কৰৈ হাহাকাৰ,
কিন্তু নিদাৰুণ কাজ ॥
অনেক পুৰুষ, তোমাৰ সেৱক,
তুমিসি আমাৰ দেৱ ।
কোন সতে আজি, তোমাক তেজিয়া,
ঋষিত কৰিবো সেৱ ॥ ১০৯
পুত্ৰতো অধিক, দশ গুণ কৰি,
পালিলা তুমি আমাক ।
একোকালে নতু, শুনো প্ৰাণ প্ৰভু,
তোমাৰ নিষ্ঠুৰ বাক ॥
কি কাৰণে তুমি, কিবা মাৱ বাপ,
হেন নও জানৈ লোকে ॥
তুমি অবিহনে, কিকৰে জীৱনে,
কান্দে প্ৰজাসবে শোকে ॥ ১১০
কৈৰপৰা আসি, পৰিলেক ইটো,
বিশ্বামিত্ৰ ধূমকেতু ।
ইহেন ৰাজ্যত, সুখদে বঞ্চিবে,
নপাইলো ইহাৰ হেতু ॥
বনবাসী ঋষি, ৰাজা ভৈল আসি,
এড়ি যত ধৰ্ম্ম কৰ্ম্ম ।

কেনমতে ইটো, পালিবেক ৰাজা,
প্ৰজাৰ নেজানে মৰ্ম্ম ॥ ১১১
তিলৰ কুশৰ, ব্ৰাহ্মণ ইহাৰ,
ৰাজ্যত কমন ফলে ।
খাই বিশ্বং সিবে, একোকে নেজানে,
বানৰৰ নাড়ীকল ॥
স্বভাৱে কৃপণ, নেদয় নেখায়,
দ্বিজাগণ ধন সঞ্চা ।
ভোজনীতে সবে, ৰাজ্য ভাঙ্গিবেক,
আছোক পালি প্ৰপঞ্চা ॥ ১১২
ৰাজ্য চৰ্চ্চা যত, পড়ি থাকিবেক,
শ্ৰাদ্ধৰ হুইবে দেয়ান ।
ইহাৰ নিমিত্তে, দিবাক নপাইব,
আন ব্ৰাহ্মণক দান ॥
অন্নত সন্তোষ, নহিবেক ইটো,
ভস্ম কৰিবেক শাপে ।
হেনয় আক্ৰোষি, ঋষিৰ ৰাজ্যত,
বঞ্চিবে কাহাৰ বাপে ॥ ১১৩
হৰি হৰি হৰি, চন্দ্ৰ মহাৰাজ,
কৰিলা কোন বিপত্তি ।

চিত্ত দৃঢ় ধৰি, অধোমুখ কৰি,
দুৱাৰ আসি পাইলন্ত ॥
অন্তেষ পুৰত, ভৈলন্ত প্ৰবেশ,
একেশ্বৰে নৰ দেৱ ।
সৈধ্যা পটেশ্বৰী, স্বামীক দেখিয়া,
শপটে কৰিলা সেৱ ॥ ১১৯
নৃপতি বোলন্ত, শুনা মহদেই,
যেন হুৱা আছে কাজ ।
বিশ্বামিত্ৰ ঋষি, মোত খুজিলন্ত,
দান দিলো সামৰাজ ॥
তুমি আমি পুত্ৰ, ৰোহিতাশ্ব বাজে,
লৈলা যত ধন ধান ।
দেশত থাকিবে, আমাক নেদন্ত,
যাইবে লাগে অন্য স্থান । ১২০
কোপে যম সম, বিশ্বামিত্ৰ ঋষি,
দ্বাৰত আচন্ত ৰই ।
হৈব আথান্তৰ, ওলোৱা সত্বৰ,
কুমৰক কোলে লই ॥
যেবে মোত চিত্ত, এড়া সবেবিত্ত,
বস্ত্ৰলোৱা এক খানি ।

ঋষিৰ হাতত, ভালে ভালে আজি
এড়াই যাওঁ তিনি প্ৰাণী ॥ ১২১
নমো হৰি পদ, পঙ্কজ যুগল,
দণ্ডবতে শিৰে পৰি ।
কৃষ্ণৰ কিঙ্কৰে, ভণিলা শঙ্কৰে,
বিচিত্ৰ পদ তুলৰী ॥
শুনা সৰ্ব্বজন, আমাৰ বচন,
চিত্ত সাৱধান কৰি ।
পাপ হোক ক্ষয়, পুণ্যৰ উদয়,
ডাকি বোলা হৰি হৰি ॥ ১২২

## পদ ।

ধৰ্ম্ম পক্ষিগণে বোলে শুনিয়ো জৈমুনি ।
নৃপতিৰ হেন বাক্য সব্যা আছে শুনি ॥
ৰাজাক বোলন্ত প্ৰভো কহিলাহা ভাল ।
ইটো ৰাজ্য সুখলৈয়া জীবা কত কাল ! ১২৩
অথৰ সংসাৰ আজি কালি যাইবো মাৰ ।
কাৰ ধন•জন পৰিবাৰ বসুন্ধৰি ॥
বিশেষ পাত্ৰক দিলা আনন্দ আমাৰ ।
দেৱতা পিতৃৰ সবে শুজিলাহা ধাৰি ॥ ১২৪

এহি বুলি পুত্ৰক মাতন্ত দেৱী হাসি।
বাপু বোলিয়োঁ মোৰ কোলত চাপ আসি ॥
ইমন্ত কষ্ট ভৈল তোক জীয়াও কেন কৰি।
পাঞ্চ বৰিষত বাপু ভৈল দেশান্তৰি ॥ ১২৫
এহি বুলি ৰাজভৈলা পুত্ৰ কোলে কৰি।
দিব্য ৰত্নময় মণিবন্ধ পৰিহৰি ॥
যত ধন বিত্তক কৰিলা পৰিহাৰ।
চলেসৰ্ব্ব পৰিত্যাগ ৰাজ অলঙ্কাৰ ॥ ১২৬
হেন দেখি অন্তেশ পুৰৰ যত নাৰী।
শোক শেলে দহে চিত্ত ধৰিতে নপাৰি ॥
মহাদেৱক বেৰি সবে কৰে আৰ্ত্তৰাৱ।
আমাক অনাথ কৰি কৈক যোৱা মাৱ ॥ ১২৭
পৃথিৱীত পৰি কেহু পড়ে লোতা লোতি।
কেহু হৃদয়ত দুই হাতে হানে মুঠি ॥
কোন সতে আমাক ঋষিক দিলা দান।
তুমি অবিহনে কেনে ধৰিবোহো প্ৰাণ ॥ ১২৮
সাতো পৃথিবাৰ ৰাজা তান পটেশ্বৰী।
কোননো বিপাকে আই ভৈলা দেশান্তৰি ॥
বেসাই ৰাক নপাইলো ভাগিল ভৰাহাত।
৪৯৫ হুকি হৰি কিনো বিধি লেখিলো ললাট ॥ ১২৯

সুখে সুতি থাকা মাৰ বস্তুৰ সয্যাত ।
কতো নাড়ী গণে আসি যাস্তে ভৰি হাত ॥
কতোহো চামৰে ধৰি ঢোলে প্ৰতি নিত ।
আজি কেনে নিদ্ৰাযাই কেবল ভূমিত ॥ ১৩০
খোজ পাক সাত যাস্তে বিষাই যাৰ পাৱ ।
মহা দীৰ্ঘ পঠত চলিবা কেনে মাৱ ॥
কেনমতে একলে ৰাজাৰ ধৰা আল ।
কোনে তুলিবেক মাৱ তোমাৰ চৱাল ॥ ১৩১
এহি বুলি মহাশোকে কান্দে নাৰীগণ ।
সবাকো বুলিলা সৈব্যা প্ৰবোধ বচন ॥
ইসব জঞ্জালি আৰে নপাতা আমাক ।
কোনে বধিবাক পাৰে বিধি লিখিতাক ॥ ১৩২
ভুঞ্জিত লোহো ৰাজ্য গোসাঞী দিলা যত কাল ।
কাহাৰ নকৰো দোষ আমাৰ কপাল ॥
মোক যেবে দয়া আছে শুনা নাৰী গণ ।
উভটিয়া যোৱা সবে এড়িয়া ক্ৰন্দন ॥ ১৩৩
উলটা উলটা বুলি প্ৰবোধিয়া যাস্ত ।
তথাপি কান্দিয়া যাস্ত নিদিয়া সিধাস্ত ॥
এহিমতে সাত ঢুৱাৰৰ ভৈলা বাজ ।
তেৰকৰি চাই দেখিলন্ত মুনিৰাজ ॥ ১৩৪

কৈক যাস পাপী বুলি উঠিগৈলা ৰাগ ।
দণ্ডধৰি লৰৰিয়া ভেটিলন্ত আগ ॥
কোবাইবে লাগিলা আতি দশন কামুৰি ।
ছুৱৰ চাপৰ কাকো দেন্ত ঝাপ গুৰি ॥ ১৩৫
মৰণক ভয়ে নাৰীগণ নিৰন্তৰে ।
উলতিয়া লৰদিয়া পশিলন্ত ঘৰে ॥
ভাৰ্য্যায়ে সহিতে ৰাজা ঋষিক প্ৰণামি ।
বোলন্ত থাকিবা হেৰা চলিযান্ত আমি ॥ ১৩৬
এহি বুলি নৃপতি চিত্তক ডুৰকৰি ।
চলি যান্ত হৰিষে সৈব্যাক আগ কৰি ॥ ১
কিঞ্চিতেক নাহি কয় কপট বিষন্ন ।
দুই হন্তকো দেখি আতি প্ৰসন্ন বদন ॥ ১৩৭
কতো দূৰ যান্তে ঋষি ভেটিলন্ত আগ ।
জানিলো নৃপতি তোক তই যেন লাগ ॥
অমূল্য যতেক ধন তোৰ অলঙ্কাৰ ।
গাৱত লৈযাস মোৰ অৰ্দ্ধেক ভণ্ডাৰ ॥ ১৩৮
অনেক টঙ্কাৰ বস্ত্ৰ শৰীৰতে যাই ।
কিবা দিলি সুবুজিলো তোৰ অভিপ্ৰাই ॥
নৃপতি বোলন্ত কষ্ট নকৰিবো আত ।
সন্ত নভৈল. লৰি আসিলো হঠাত ॥ ১৩৯

লযোক বুলিয়া ৰাজা দেন্ত আগবাঢ়ি।
তথাপিতো ক্ৰোধত আপোনি লন্ত কাঢ়ি॥
পৰম আক্ৰোষি ঋষি অল্প ক্ষমা নাই।
বাকলি পিন্ধায়া বস্ত্ৰ লৈলা শোলোকাই॥১৪০
দেখি সৈব্যা আপোনি কাঢ়ন্ত অলঙ্কাৰ।
দেখিয়া ক্ৰন্দন কৰে অবোধ কুমাৰ॥
দেখি ঋষি খঙ্গে খেদি গৈলা আগবাঢ়ি।
ভূমিত পেলাই অলঙ্কাৰ লৈলা কাঢ়ি॥১৪১
আই বাপ বুলি পাৰে কুমৰে আতাস।
বিপৰীত দেখি সৰ্ব্বজন মন ত্ৰাস॥
নমাত্তি আচন্ত চাই ৰাজা মহাদই।
আপোন ইচ্ছায়ে ঋষি গৈলা কাঢ়িলই।১৪২
পটেশ্বৰী মাতন্ত পুত্ৰক কোলে ধৰি।
উঠ উঠ পুতাই ক্ৰন্দন পৰি হৰি॥
দেশান্তৰি ভৈলে কি কৰিবে অলঙ্কাৰ।
তোহোঁৰসে দুখে দুখ ভৈলেক আমাৰ॥১৪৩
এহি বুলি লৰিগৈলা কুমৰক লই।
হৰিশ্চন্দ্ৰ পাচত আগত মহাদই॥
ভাৰ্য্যাসমে বহুতৃৰ যান্তে মহাৰাই॥
বহুবৃহু বুলি ঋষি টাঙ্কিলা তুলাই॥১৪৪

লৱড়ন্তে আগভেটি আগে ভৈল ঠিৱ ।
দেখি নৃপতিৰ অন্তৰীক্ষ ভৈল জীৱ ॥
দক্ষিণা নেদিয়া মোক কৈক লাগি যাশ ।
যিবা কিছু দিলি গৈল দানত আপ্ৰাস ॥ ১৪৫
ঋষিক মাতন্ত ৰাজা কৰ যোড় কৰি ।
দিলো যত ধন অকণ্টকা বসুন্ধৰি ॥
কেৱল শৰীৰ মাত্ৰ ৰহি আছে তিনি ।
দক্ষিণাৰ নিমিত্তে আমাক লোৱা কিনি ॥ ১৪৬
শুনি ঋষি বুলি লন্ত তেবে মোৰ ভাল ।
পটেশ্বৰী ধৰিবেক ছৱালৰ আল ॥
ভই বসি থাকি তোক নিলে মোক আন্তে ।
কিবাদিবি দক্ষিণা নৃপতি বোল যান্তে ॥ ১৪৭
আগেদেও বুলি যিবা পাছে নেদে দান ।
দুৰ্যোৰ ৰৌৰৱ নৰকত তাৰ থান ॥
পড়ি স্বৰ্গা ব্ৰহ্মাণ্ডে কৰিবে সৰ্ব্বনাশ ।
দিয়োক দক্ষিণা ৰাজা হুয়োক উদাস ॥ ১৪৮
নৃপতি বোলন্ত ঋষি হয়োক প্ৰসন্ন ।
সম্প্ৰতি আমাত কিছু নাই আন ধন ॥
কতোদিৱসক লাগি দিয়োক মেলানি ।
যেন তেন প্ৰকাৰে দক্ষিণা দেও আনি ॥ ১৪৯

বিশ্বামিত্রে বোলন্ত স্বৰূপ কহ বাণী ।
কত দিনে আমাৰ দক্ষিণা দিবি আনি ॥
মোক ভাণ্ডি এড়াই যাইবে কোন বাপে ।
একতিলে ভস্ম কৰিবোহো চণ্ড শাপে ॥ ১৫০
নৃপতি বোলন্ত ঋষি হুয়ো উপশান্তি ।
বিস্তৰ নোবোলো মাসেকত দিবো খাণ্টি ॥
তথাপি দিবাক নপাৰোহো দক্ষিণাক ।
তেবে যেন যুৱাই ঋষি কাৰবা আমাক ॥ ১৫১
ঋষিয়ে বোলন্ত চলা শুভলক্ষণ বেলা ।
মোহোৰ দক্ষিণা ৰাজা নকৰিবা হেলা ॥
পুত্ৰ ভাৰ্য্যা সহিতে যাউক অপ্ৰমাদে ।
চিৰঞ্জীৱ হৰিশ্চন্দ্ৰ মোৰ আশীৰ্ব্বাদে ॥ ১৫২
তোৰ যত শত্ৰু নিৰন্তৰে হৌক ক্ষয় ।
পথতো নুহিবে সিংহ ব্যাঘ্ৰ সৰ্প ভয় ॥
যায়োক কুশলে একো নোহোক বিপাক ।
যেন নপাসৰস আমাৰ দক্ষিণাক ॥ ১৫৩
হেন শুনি হৰিশ্চন্দ্ৰ এহি হৌক বুলি ।
প্ৰদক্ষিণে ঋষিৰ পাৱৰ লৈলা ধূলি ॥
ধৈৰ্য্যক আলম্বি একোভিতিক নচাই ।
কৃষ্ণক সুমৰি চলিলান্ত মহাবাহু ॥ ১৫৪

নাহিকে সহায় লগে ভাৰ্য্যা পুত্ৰ মাত্ৰ ।
বাকলী বসন অলঙ্কাৰ জল পাত্ৰ ॥
আজি খাইবে নাই ভৈলা ভিক্ষুকৰ বেশ ।
এহিমতে মহা দুখ লভিল বিশেষ ॥ ১৫৫
স্বামীৰ পাছত সৈব্যা শাস্তী চলিযাস্ত ।
শিশু কাল হস্তে নতু গৃহৰ বজাস্ত ॥
নয়ন পুত্তলি যেন স্থকোমল কাই ।
প্ৰত্যেক ভৰিত ফুটি ৰুধিৰ বজাই ॥ ১৫৬
কতোদূৰ যাস্তে ভৈলা পীযসে বিকল ।
শৰীৰ ঢাকিয়া বহি যায় ঘৰ্ম্মজল ॥
তৰ তাঁৰ শুখাই আাত বদন মণ্ডল ।
শিশিৰ লাগিযা যেন সঙ্কোচ কমল ॥ ১৫৭
আগক নচলে আউৰ স্থকোমল পাৱ ।
পথ শ্ৰমে পীড়িলেক মুখে নাসে ৰাৱ ॥
ৰাজাক বোলস্ত প্ৰভো কহিয়ো প্ৰমাণ ।
আউৰ কত বেলি পাইবো ৰহিবাৰ স্থান ॥ ১৫৮
হেন শুনি হৰিশ্চন্দ্ৰ ভৈলা অধোমুখ ।
হায় বিধি দুখৰ উপৰি দিলা দুখ ॥
পাচুলীৰ বাজ নতু হন্তে সোধে কথা ।
নজানো হুইবেক আৰু কমন অৱস্থা ॥ ১৫৯

লোতক বহিছে অন্তৰ্গতে দহে চিত্ত।
পটেশ্বৰী আকলিলা স্বামীৰ ইঙ্গিত ॥
চলিয়ো নৃপতি যাঁইবাক পাৰো আমি।
ৰঙ্গেসে পুচিলো চলিবাক পাৰো স্বামী ॥ ১৬০
নৃপতি বোলন্ত ধীৰে আইস প্ৰাণেশ্বৰী।
নগৈলে আসিবে খেদি ঋষি কোপ কৰি ॥
যেনে তেনে নগৰৰ বাজ হওঁ গই।
বঞ্চিবো ৰজনী আজি এক থানে ৰই ॥ ১৬১

———:0:———

# ছবী।

এহি বুলি হৰিশ্চন্দ্ৰ, ভাৰ্য্যা পুত্ৰ সমন্বিতে,
অযোধ্যা পুৰৰ ভৈলা বাজ।
হেন দেখি নৰনাৰী, হুৱাল পৰ্য্যন্তে আসি,
ৰাজাক বেঢ়িলে সবে ৰাজ ॥
হা প্ৰভু কৈক যাহ, অযোধ্যাৰ নিজ নাহা,
ভকত জনক তুমি এড়ি।
আৰে প্ৰাণ দানদিয়া, আমাক জগত নিয়া,
এহি বুলি পাৰৈ সবে গেড়ি ॥ ১৬২
তুমি জীৱ তুমি প্ৰাণ, তুমি বিনে নাহি আন,
তুমিসে পৰম ইষ্টদেৱ।

স্বপোনে সচেতে আমি, তোমাকেসে দেখো স্বামী,
একচিত মনে কৰো সেৱ ॥
হেন ৰাজা আবে এড়ি, কোন সুত্রে চিত্ত ধৰি,
প্ৰভো দেৱ কৈক লাগি যাহা ।
তুমি এড়ি গলে আমি, মৰিলোহো হেন জানি,
নেত্ৰ বলাই পাচে নেদেখাহা ॥ ১৬৩
ৰহিয়োক মহাৰাই, খানিতেক থাকো চাই,
জুৰাওঁ আমাৰ জীৱ প্ৰাণ ।
দেখন্তে পৰম সুখ, তোমাৰ কমল মুখ,
নেত্ৰ ভৰি সবে কৰো পান ॥
কৈস্যানি দেখিবো আৰ, ইটো চন্দ্ৰ বদনক,
এহি মানে পৰিছেদ ভৈলা ।
হৰি হৰি দৈব বিধি, স্বপনৰ যেন নিধি,
তিলকতে সবে নাশ গৈলা ॥ ১৬৪
কৈকগৈলা ছত্ৰদণ্ড, কৈকগৈলা বাদ্যভণ্ড,
কৈক গৈলা প্ৰচণ্ড প্ৰতাপ ।
অপাৰ সাগৰ যেন, সুখাই নিশবদ ভৈলা,
হৰি হৰি হৰিশ্চন্দ্ৰ বাপ ॥
পৃথিবীৰ ৰাজা যাক, বুলনীৰ বোলা যাক,
আগে পাছে বেড়ি চলি যাই ।

অতি শিশু কাল হন্তে, মহাশান্তী পটেশ্বৰী,
তান ভৈলা বালক সহাই ॥ ১৬৫
পয়াণ কালত আসি, অসংখ্য পদাতি ঝাকে,
চতুৰ্ভিতি বেঢ়ি চলি যাই।
সুবৰ্ণৰ ৰথ চয়, সুবৰ্ণ প্ৰাখৰি হয়,
চলে যত সীমা সংখ্যা নাই ॥
অনেক সেৱক সবে, আগত যোগান ধৰে,
প্ৰমত্ত হস্তীৰ কন্ধে উঠি।
সপ্ত পৃথিবীৰ পতি, চলিযান্ত ভূমি গতি,
দেখি কেনে প্ৰাণ নযাই ফুটি ॥ ১৬৬
দিব্য বস্ত্ৰ অলঙ্কাৰ, সুবৰ্ণ ভৃঙ্গাৰ যাৰ,
লক্ষ লক্ষ লগে যাই চলি।
সিটো নৃপতিৰ ভৈল, কৰঙ্গাৰ কমণ্ডলু,
পৰিধান গছৰ বাকলী ॥
অমূল্য ৰতন সাৰ, অক্ষয় ভণ্ডাৰ যাৰ,
দুখী ভিক্ষ খাই বলে যোগে।
সিটো মহা মানি ৰাই, ভৈল ভিক্ষাহাৰী প্ৰাই,
আজি খাইবে হেন নাহি লাগে ॥ ১৬৭
চন্দ্ৰ যেন জ্বলে মুখ, পদ্ম যেন নেত্ৰ যুগ,
উন্নত নাসিকা ভ্ৰুৰ ধনু।

দশন াস্তি, হাস্য চন্দ্রমাৰ কান্তি,
ণ সুকুমাৰ তনু ॥
আজি লাগি মাটি ধূলি, নজানিব ৰাজাবুলি,
দেহা হৈবে মলিন কুবেশ ।
নিতে ভিক্ষা কৰি আনি, আবে জীবা তিনি প্রাণী,
কোনে বিধি দিলে হেন ক্লেশ ॥ ১৬৮
হা মাৱ মহাদই, চন্দ্রে সূর্য্যে নেদেখয়,
তোৰ মুখ কমল ৰুচিৰ ।
সুবর্ণ প্রতিমা সম, জ্বলৈ দেহা নিৰুপণ,
গজ গতি গমন গম্ভীৰ ॥
ৰত্নৰ অলকা পাতি, যাৱ আঙ্গুলীৰ কান্তি,
মুখ চন্দ্র বিজুলী প্রকাশ ।
যাক চন্দ্র সূর্য্য দেৱ, নেদেখন্ত একো কালে,
হেন মাৱ ভৈলন্ত উদাস ॥ ১৬৯
এখনে সুখাইল মুখ, কিমতে সহিবো দুখ,
দুৰ্ঘোৰ দুঃসহ পথ শ্রম ।
শৰীৰ আসিল ঘামি, দেখি কেনে জীও আমি,
নুভৈল আমাৰ কেনে যম ॥
মহা পতিব্রতা শান্তী, ভূমি পায়ে চলি যান্তি,
তাহাক দেখিয়া সর্ব্বলোকে ।

সমস্তে মৰ্য্যদা গৈল, হেনসে বিপত্তি ভৈল,
শৰীৰ দগধ কৰি শোকে ॥ ১৭০
হৰি হৰি ৰোহিতাশ্ব, পাঞ্চ বৰিষতে বাপ,
বঞ্চিলেক অযোধ্যাৰ ভোগে ।
কিবা পাপ আছ কৰি, হেন দুখী দেশান্তৰী,
ভৈলি তই কোন দৈব যোগে ॥
দুগ্ধ পীয়া লাড়ু আনি, পথে দিব কোনে আনি,
ক্ষুধাত নপাইবে অন্ন পান ।
হৰিশ্চন্দ্ৰ শৈব্যা শান্তী, তোৰ দুখ দেখি আতি,
জানিলোহো সঙ্কলীবে প্ৰাণ ॥ ১৭১
ৰহ ৰহ মহাৰাই, তুমি বিনা প্ৰাণ যাই,
হেন জানা সবে আমি মৰা ।
বচনে আশ্বাস বুলি, খণ্ডায়োক গুণ গালি,
হৃদয়ৰ শৰক উদ্ধাৰা ॥
এহি বুলি বাট ভেণ্টি, পাৰৈ সবে লোটালুটি,
নৃপতিক যাইবাক নেদই ।
প্ৰজাৰ সন্তাপ দেখি, চল চল কৰে আখি,
ৰহিলন্ত ৰাজা মহাদই ॥ ১৭২
লোকৰ কাৰুণ্য বাণী, শুনি মৰ্য্য জানিলেক,
অন্তগতে দহে শৰীৰক ।

ধৰিবে নোৱাৰি চিত, ভৈলা ৰাজা বিমোহিত,
দেখিলন্ত শোকৰ যমক ॥
প্ৰবোধিলা পটেশ্বৰী, নিজ ধৰ্ম্ম মনে ধৰি,
তবধ আচন্ত কতোক্ষণ ।
শোকে গদ গদ মাত, সবাহাকে বুলিলন্ত,
শুনা সবে নৰ নাৰী গণ ॥ ১৭৩
তুমি সবে হেন কৰা, আমাৰ বচন ধৰা,
দাৰুণ সন্তাপ পৰিহৰা ।
সুস্থ হুৱা নৰনাৰী, যায়ো সবে ঘৰা ঘৰি,
ঋষিক নৃপতি বুলি ধৰা ॥
যেবে দায়া আছে মোক, ওলটা সমস্তে লোক,
কেনেৰা ধৰন্ত ঋষি পাক ।
নধৰিবা গুণ দোষ, এড়া সবে অসন্তোষ,
মৰা বুলি সন্তাপ আমাক ॥ ১৭৪
মহাবেগে জল যেন, এক থান হুয়া ফেণ,
খানিতেক থাকি মিল যাই ।
বান্ধৱৰ সমা গম, জানিবাহা সেহি সম,
অসাৰ সংসাৰ সমুদাই ।
বিচাৰত সবে মিছা, তাক কোনে কৰে ইচ্ছা,
যাৰ কিছু জ্ঞান সম্পজিল ।

হেন জানি এড়া মৰ্ম্ম, পালিয়োক নিজ ধৰ্ম্ম,
এহি বুলি ৰাজা প্ৰবোধিল ॥ ১৭৫
নমো নমো হৰি পদ, পঙ্কজ যুগল শিৰে,
দণ্ডৱতে পড়ি শতবাৰ।
হৰিৰ চৰণ সেৰি, কৃষ্ণৰ কিঙ্কৰ কৰি,
ছবী বন্ধে ৰচিলা পয়াৰ ॥
শুনা সবে বোলো হিত, কৃষ্ণত অৰ্পিয়ো চিত্ত,
এড়া আন কথা সবে মিছা।
আসনত বসি থাকি, হৰি হৰি বোলা ডাকি,
যেবে আছে বৈকুণ্ঠক ইচ্ছা ॥ ১৭৬

———:0:———

## পদ।

পক্ষিগণে বোলন্ত শুনিয়ো ঋষিকথা।
পাছে যেন ভৈলা হৰিশ্চন্দ্ৰৰ অৱস্থা ॥
প্ৰজাৰ সহিতে কথা কহিবাৰ দেখি।
জানি গৈলা ঋষি পাছে খানিকে নাপেক্ষি ॥ ১৭৭
গুঞ্জহেন ফুৰৈ আৰক্ত চক্ষু দুই।
কম্পি দুই ওষ্ঠ মুখে নিকলয় জুই ॥
কঙ্কালত কপিঙ্গ বান্ধয় টানি টানি।
ডাক দি বোলন্ত তোৰ কথা আছো জানি ॥ ১৭৮

কৰকৰ কৰি ঋষি চোবাব্রন্ত দান্ত ।
দণ্ড তুলি যম যেন ক্রোদ্ধে খেদি যান্ত ॥
নৃপতি বোলন্ত বৰ ভৈল অথন্তৰ ।
শীঘ্রে ইথানৰ পৰা হুয়োক অন্তৰ ॥ ১৭৯
এতেকতে বিশ্বামিত্র খেদি পাইল আসি ।
কোবাইবে লাগিলা খঙ্গে দণ্ডক উল্লাসি ॥
মোক দ্রোহ কৰি চলে পাতি আছ কুণ্ডা ।
এহি বুলি কাহাৰো মুখত মাৰে খুন্দা ॥ ১৮০
হুল স্থূল লগাইল প্রজাৰ পশি মাজ ।
উফৰিয়া ফুৰন্ত ক্রোধত ঋষি ৰাজ ॥
ছৱৰ চাপড় মাৰি কৰৈ তাল ফাল ।
পলাইবে লাগিল প্রজা যেন গৰু পাল ॥ ১৮১
পথ এড়ি পলাই কতো কেহোবলে টানে ।
কতো লৱড়ন্তে জুন্তি খাই পৰে খালে ॥
এহিমতে পলাই প্রজা ঋষিক বিভঙ্গে ।
মাতিবে লাগিলা ঋষি নৃপতিক খঙ্গে ॥ ১৮২
হাউৰে পাপীষ্ঠ দুষ্ট নষ্টকুলাঙ্গাৰ ।
আগে দান দিয়া মোক যত ৰাজ্য ভাৰ ॥
এবে কেনে তাক লাগি কৰ অনুশোচ ।
প্রজাৰ সহিতে তোৰ কিসৰ আলচ ॥ ১৮৩

জানিলো লৈবাক চাস মোৰ ৰাজ্য কাঢ়ি।
ধিক ধিক ধৰ্ম্মহীন হৰিশ্চন্দ্ৰ হাৰী॥
বচন যতেক তোৰ যেন জল ৰেখা।
মোহোৰ আগত পাপী ৰাজা হেন দেখা॥ ১৮৪
মোত ঘাঞ্চ লগাই তোৰ জীবে হেন সাস।
পুনু ৰাজ্য লৈবে লাগি প্ৰজাৰ চাপ পাশ॥
আজি কোবাই ভাঙ্গিবোহো তোৰ মুণ্ড খুলি।
এহি বুলি খেদি ঋষি যান্ত দণ্ড তুলি ১৮৫
হেন দেখি নৃপতি কান্দন্ত তৰ তৰি।
যাওঁ যাওঁ বুলি চলি যান্ত শীঘ্ৰ কৰি॥
মহাঁ দৈক হাতত ধৰিয়া লৈয়া যান্ত।
আইস আইস বুলিয়া পাছক লাগি চান্ত॥ ১৮৬
মহা শান্তী চাৰু দেহা আতি সুনিৰ্ম্মল।
ভাগৰে পীড়িলা আতি বহে ঘৰ্ম্ম জল॥
আউল ভৈল কেশ মুখ হুই তৰ তৰি।
যাইবে নোৱাৰন্ত ৰাজা লৈযান্ত আজুৰি॥ ১৮৭
দেখি মহা কোপে বিশ্বামিত্ৰ দণ্ড তুলি।
কোবাইবে লাগিলা মহাদইক মন্দ বুলি॥
হাউৰে পাপীষ্ঠি কেনে নকাঢ়স পাৰ।
এভোৰাজ সুখ বুলি মেলাৱস গাৰ॥ ১৮৮

এহি বুলি দুনাই কোবাৱন্ত দণ্ড ধৰি ।
তথাপিতো মহাশান্তী শৈব্যা পটেশ্বৰী ॥
ধৰ্ম্মক চাহন্তে একো নেদন্ত সিদ্ধান্ত ।
ত্ৰাহি কৃষ্ণ কৃষ্ণ সুমৰন্ত মাত্ৰ যান্ত ॥ ১৮৯
কুমৰে আটাস পাৰে মাৱৰ কোলাত ।
নৃপতিক লাগি উঠি মেলৈ দুই হাত ॥
ঋষিৰ মুৰ্ত্তিক দেখি কাম্পে তৰ তৰি ।
চক্ষু মুদি লুকাইল মাৱৰ গলে ধৰি ॥ ১৯০
নৃপতিয়ো আন একো নোবোলন্ত বাক ।
ঝান্তে আহা বুলি নেন্ত আজুৰি শৈব্যাক ॥
আইস প্ৰাণেশ্বৰী বুলি লৈ যান্ত ঘসাই ।
ৰোহিতাশ্ব কান্দে নৃপতিৰ মুখ চাই ॥ ১৯১
হেন দেখি প্ৰজা সবে কৰে হাহাকাৰ ।
হৰি হৰি মাৱ কিনো বিপত্তি তোমাৰ ॥
চন্দ্ৰে সূৰ্য্যে দেখিবাক নপান্ত যাহাক ।
কৈৰ বনবাসী আসি কোবাবৈ তোমাক ॥ ১৯২
মহাশান্তী আইৰ আবে হেনসে বিলাই ।
কেনমতে নৃপতি আগত আছা চাই ॥
এবেসে জানিলো হৰিশ্চন্দ্ৰ তুমি মৰা ।
এহি বুলি কান্দে প্ৰজা অন্তৰৰ পৰা ॥ ১৯৩

সেহি বেলা পাঞ্চ বিশ্বদেৱ আসিলন্ত।
মহা দৈক দেখিয়া অশেষ কান্দিলন্ত॥
হৰি হৰি মহাশাস্তী শৰীৰ নসহে।
তোমাৰ দুখত সকলোৰে দেহা দহে॥ ১৯৪
হৰিশ্চন্দ্ৰ ৰাজাৰ তুমিসে পাটেশ্বৰী।
কোন মতে পাপীষ্টে কোবায়ে দণ্ড ধৰি॥
আকাশতে থাকিয়া কৰন্ত হাহাকাৰ।
হা হৰিশ্চন্দ্ৰ কিনো অৱস্থা তোমাৰ॥ ১৯৫
এক ছত্ৰ ৰাজা তুমি সাতো পৃথিবীৰ।
কৃষ্ণৰ ভকত সন্ত সোহৃদ শৰীৰ॥
যাহাৰ যজ্ঞত নদী বহিলেক ঘৃত।
সমস্ত দেৱতা ভৈল পৰম তৃপিতি॥ ১৯৬
হেন মহা বৈষ্ণৱ নৃপতি ধৰ্ম্মশালী।
ইহাক খেদাইল ঋষি দেশৰ নিকালি॥
দেৱ দ্বিজ পিতৃৰ খণ্ডাইলে সবে আশ।
দুৰ্ঘোৰ নৰকে পাপী তোৰ হৈব বাস॥ ১৯৭
আজিসে আমাৰ সবে আশা ভৈল ছেদ।
পাপী বিশ্বামিত্ৰ ঋষি দিলে হৃদি খেদ॥
ৰাজাক ডকায়া সবে লৈলে ৰাজ্য তাৰ।
তথাপিতো মনে ক্ষমা নাহি দুৰাচাৰ॥ ১৯৮

অতি অপ্ৰমাদি পতিব্ৰতা বৰ নাৰী ।
কোনমতে স্বৰ্গক পাইবি আজি আস্কমাৰি ॥
ঋষি হৈয়া ভৈল এতমান মন্দমতি ।
ইটো অধৰ্ম্মৰ ফলে যাইবে অধোগতি ॥ ১৯৯
এহি বুলি পাঞ্চো বিশ্বদেৱ পাৱে গালি ।
ক্ৰোধিলন্ত বিশ্বামিত্ৰ বজ্ৰৰ বটালী ॥
শুন অৰে সপ্তকাৰী পাঞ্চো বিশ্বদেৱ ।
তোমাক মধ্যস্থ কৰি আনি আছে কেৱ ॥ ২০০
কিসক ভৎসনা কৰ কুবুদ্ধি মহন্ত ।
কোনে জানু পাৱে আসি পৰৰ শ্ৰাদ্ধত ॥
যেন বাটোৱাল হুয়া শশাৰ দেই সাস ।
কালে গ্ৰাসিলেক তোক আমাক জোঙ্কাস ॥ ২০১
দেৱ বোলাই কৰ কথা কেৱলে অহমহ ।
খানিতেক ৰহ আজি ভাঙ্গো সবে গহ ॥
খাইবে পাই ৰাজাৰ মাতন পঙ্কপুৰ ।
থাক আজি সবাৰো ভাৱনা কৰোঁচূৰ ॥ ২০২
স্বৰূপত ব্ৰহ্ম ঋষি মই হুও যেবে ।
নৰ হুয়া পৃথিবীক যোৱা তোৰা সবে ॥
আমাক পাসিলি গালি গ্ৰাসিলেক পাপে ।
গৰ্ভবাস নৰক ভুঞ্জিয়ো মোৰ শাপে ॥ ২০৩

হেন শুনি পাঞ্চো বিশ্বদেৱ আসিলন্ত ।
আমিও কৰিবু পাৰোঁ শাপি তোৰ অন্ত ॥
তথাপিতো নশাপোহোঁ ক্ষমা ধৰ্ম্ম ধৰি ।
দিয়ো শাপ অন্ত ঋষি ক্রোধ পৰি হৰি ॥ ২০৪
ৰাজাৰ অন্যায়ে আমি পাৰিলোহো গালি ।
ঋষি ভৈলে হৈবে লাগে ক্ষমা ধৰ্ম্ম শালী ॥
হেন শুনি বিশ্বামিত্র ভৈলা উপশান্ত ।
পাঞ্চ বিশ্ব দেৱক সম্বোধি মাতিলন্ত ॥ ২০৫
একো কালে ব্যৰ্থ নাহি আমাৰ বচন ।
তথাপিতো সীমা দেওঁ শুনা দেৱগণ ॥
পাণ্ডৱৰ ভাৰ্য্যা হুইবে দ্রোপদী প্রকাত ।
তাহান গৰ্ভত অঙ্গে হুইবা সবে জাত ॥ ২০৬
নহিবে বিবাহ বংশ নথাকিবে ভয় ।
অল্প কালে মৰি পাইবা দেৱৰ নিলয় ॥
তুনাই অমৰ হৈবা খণ্ডিবা দুৰ্গতি ।
হেন শুনি পাঞ্চ দেৱ গৈলা অন্তৰ্ৱতী ॥ ২০৭
পক্ষিগণ বদতি শুনিয়ো মহাশয় ।
সেহিসে কাৰণে পাঞ্চ পাঞ্চালি তনয় ॥
অল্প কালে মৰি, পাঞ্চ ভৈলা পূৰ্ব্বৱত ।
নভৈলন্ত বিবাহ কাৰো ঋষিৰ শাপত ॥ ২০৮

জৈমুনি বোলন্ত পক্ষী কহিয়োক কথা।
পাছে যেন ভৈলা হৰিশ্চন্দ্ৰক অৱস্থা॥
বিশ্বামিত্ৰে খেদিয়া গৈলান্ত কোন দেশ।
মহা কৌতুহলে শুনো কাহিনী বিশেষ॥ ২০৯
পক্ষিগণে বোলে কথা শুনা আত পৰে।
পাঞ্চ বিশ্বদেৱক শাপন্ত ঋষি বৰে॥
সেহি সময়ত ৰাজা ঋষিক এড়াই।
ভাৰ্য্যায়ে সহিতে দূৰ গৈলন্ত পলাই॥ ২১০
উলটিয়া নিৰীক্ষি চাহন্তে মহাৰথ।
ঋষিক নকৰি দৃষ্টি যোজন পথত॥
লড়ি গৈলা বিশ্বামিত্ৰ হেন অনুমানি।
বৃক্ষৰ ছায়াত বসিলন্ত তিনি প্ৰাণী॥ ২১১
পাঞ্চ বৰিষৰ শিশু কোমল ছৱাল।
ক্ষুধায়ে পীড়িল আতি ভৈল লাল কাল॥
দুইবো মুখ চাই কান্দে ক্ষুধা লাগে বুলি।
এতেক শুনন্তে ৰাজা মৰন্ত সমূলি॥ ২১২
কিবা দিবো বুলিয়া কান্দন্ত মহাৰাই।
মহাদই দেখি ভৈলা বিহ্বল পৰাই॥
ক্ষুধায়ে তৃষায়ে ৰাজা ভৈলন্ত হুতাশ।
জাগড়ে পীড়িলে ঘনে কাঢ়িয় নিশ্বাস॥ ২১৩

——:0:——

# ঝুমুৰী।

মহাখেদ পাইলা শাস্তী। প্ৰয়াসিত ভৈলা আতি।
উঠৈ কণ্ঠ সুখাই মুখ। সহিবে নোৱাৰে দুখ॥ ২১৪
পড়িলন্ত পৃথিবীত। ভৈলা আতি বিমোহিত।
নাহি একো শ্ৰুতি জ্ঞান। উড়িগৈলা ধাতু প্ৰাণ॥ ২১৫
যেন পাত ভৈল আয়ু। নাসাত নাসয় বায়ু॥
মৃতকৰ যেন থান। দেখি ৰাজা বিদ্যমান॥ ২১৬
হাহামৰে প্ৰাণেশ্বৰী। আথে বেথে গলে ধৰি।
শিৰত সিঞ্চন্ত জল। দহে দেহা শোকানল॥ ২১৭
চিয়াৰে সাবটি ধৰি। উঠ উঠ প্ৰাণেশ্বৰী।
কৰা কেনে অযুগুত। কান্দে ৰোহিতাশ্ব পুত্ৰ॥ ২১৮
কৰায়োক স্তন পান। কেনে নেদা সমিধান॥
ফুটিযাই মোৰ প্ৰাণ। আপোনহি সৰ্ব্বজ্ঞান॥ ২১৯
সৰ্ব্বকালে বুজা মোক। নেমাতা স্নেহৰ পোক॥
কিনো ভৈলা নিদাৰুণ। কতেক বৰ্ণাইবো গুণ॥ ২২০
ৰত্নৰ শয্যাত শোস। তভো নাহি পৰিতোষ।
আজি পৃথিবীত চলি। পড়ি দুখে নিদ্ৰা গৈলি॥ ২২১

অসংখ্যাত নাৰী যাক । সৰ্ব্বক্ষণে সেৱে তোক ॥
চামৰে ধৰিয়া ঢুলে । সুবৰ্ণৰ চতুৰ্দ্দোলে ॥ ২২২
অন্তেষ পুৰত ফুৰৈ । নেত্ৰ কান্দোব্ৰানে ঘুৰৈ ॥
সিটো প্ৰাণ পটেশ্বৰী । হাণ্ঠি যাইবে কেন কৰি ॥ ২২৩
এখনে ভাগিল ৰথ । কেনে যাইবো দূৰ পথ ॥
হাহা বিধি কিনো দুখ । শৈব্যাৰ মুখত মুখ ॥ ২২৪
দিয়া কান্দে মহাৰাই । নেত্ৰ জল বহি যাই ॥
ফোকাৰে নিশ্বাস আতি । হা প্ৰিয়া বুলি মাতি ॥ ২২৫
তোৰ শোকে দেহা দহে । মোৰ কি হৃদয়ে সহে ॥
এহি বুলি কৰা মন্যু । হাতে মাৰ্জ্জিলন্ত তনু ॥২২৬
সিঞ্চিল শিৰত জল । দেহা ভৈল' অবিকল ॥
কতো বেলি প্ৰাণ আইল । শৈব্যা চক্ষু মেলি চাইল ॥২২৭
নৃপতি কান্দন্ত ধৰি । হেন দেখি পটেশ্বৰী ॥
ৰাজাৰ ধৰিয়া পাৱে । বুলিলন্ত বহুভাৱে ॥ ২২৮
সপ্ত পৃথিবীৰ পতি । তোমাৰ হেনসে গতি ॥
প্ৰসন্ন কৰিয়ো মুখ ॥ কিছু নোহে শোক দুখ ॥২২৯
ক্ষণেকতে হোৱে নষ্ট । আকে লাগি কেনেকষ্ট ॥
জানা সবে শাস্ত্ৰ ধৰ্ম্ম । কেনে তুমি কৰা মৰ্ম্ম ॥ ২৩
সংস[illegible] [illegible]লাবিধি । যেন স্বপনৰ নিধি ॥
জা[illegible] [illegible] হবৈ । কোনে মোৰ বুদ্ধি কবৈ ॥ ১৩১

ধৈৰ্য্যেশে আপদ তৰি। আন চিন্তা পৰি হৰি
কৰিযোক উপদেশ। যাইবো আমি কোনদেশ ॥২৩২
ঋষিৰ দেশৰ মাজে। নাহি ঠাই একো ৰাজে ॥
ইটো চিন্তা আসৰিষ। কৰিযোক বিমৰিষ ॥ ২৩৩
হেনশুনি নৃপবৰে। গুণিলন্ত নিৰন্তৰে ॥
সাতোদ্বীপা পৃথিবীত। থানৰ নভৈল থিত ॥ ২৩৪
নেডাইলো ঋষিৰ হাত। চিত কৰে উতপাত ॥
যাইবো আবে কোন পুৰী। পাইবে আসি ঘূৰি ঘূৰি ॥২৩৫
এহি বুলি নৰনাথ। জানুত দিলন্ত মাথ ॥
সুগুছে ঋষিৰ ভয়। দেখৈ ৰাজা তমোময ॥ ২৩৬
প্ৰবন্ধে গুণন্ত বসি। মনত পড়িল আসি ॥
আছে পুৰী বাৰাণসী। স্বস্থভৈলা মহাযশী ॥ ২৩৭
প্ৰণামিয়া কৃষ্ণপাৱে। ঝুমুৰী শঙ্কৰে গাৱে ॥
শুনা এক চিতকৰি। সুখে যোৱা আত্মাতৰি ॥ ২৩৮
আন চিন্তা পৰিহৰি। সবে বোলা হৰি হৰি ॥২৩৯

# পদ।

শৈব্যাক সম্বোধি মাতিলন্ত মহাৰাজে।
আমাৰ নেদেখো থান বাৰাণসী বাজে ॥
পৃথিবীত বহির্ভূত সংসাৰতে সাৰ।
তাতেসে নাহিঁকে মনুষ্যৰ অধিকাৰ ॥ ২৪০

সৰ্ব্বকালে যাত বিশ্বনাথ অধিকাৰী।
তৈকে লাগি যাওঁ উঠিয়োক্ বৰ নাৰী ॥
মই লৈয়া যাওঁ আবে কুমৰক কোলা।
তোমাৰ বোলানে যাওঁ ধীৰে ধীৰে চলা ॥ ২৪১
পুত্ৰ কোলেকৰি লড়িলন্ত মহাভাগে।
মহাদেৱী যান্ত নৃপতিৰ আগে আগে ॥
দণ্ডেকৰ পথত দিনেক যাই বহি।
বঞ্চন্ত ৰজনী মঠ মণ্ডপত ৰহি ॥ ২৪২
কতো গৃহস্থৰ ঘৰে লন্ত গৈয়া বাস।
কতো দিনা নৃপতিৰ পৰৈ উপবাস ॥
একোকে নপাই কতো ৰহিবাম বনে।
শৰীৰ বিবৰ্ণ ভৈল ৰৌদ্ৰ বৰধুণে ॥ ২৪৩
নাহি অন্ন বস্ত্ৰ সবে বাকলি বসন।
ভিক্ষায়ে ভোজন ভৈলা ভূমিত শয়ন ॥
ধূলায়ে ধূসৰ তনু চিনন নযাই।
হেন মহাকষ্টে দুখে যান্ত মহাৰাই ॥ ২৪৪
কতোদিনে পাইলা গৈয়া পুৰী বাৰাণসী।
আগভেটি বিশ্বামিত্ৰ ঋষি আছে বসি ॥
দেখি নৃপতিৰ সিহৰিল সৰ্ব্ব গাৱ।
প্ৰদক্ষিণে ঋষিৰ নমিলা দুই পাৱ ॥ ২৪৫

ভাৰ্য্যাযে সহিতে প্ৰণামিলা মহাবলী ।
ঋষিক বোলন্ত ৰাজা কৰি কৃতাঞ্জলি ॥
পাদ্য অৰ্ঘ্য দিবো হেন নাহি একোধন ।
সেৱাতে ভৃত্যক প্ৰতি হয়োক প্ৰসন্ন ॥ ২৪৬
ভাৰ্য্যাক পুত্ৰক লোৱা মুহি মোৰ প্ৰাণ ।
বুলিযোক শীঘ্ৰে যদি কাৰ্য্য থাকে থান ॥
ঋষিয়ে বোলন্ত আন নাহি প্ৰয়োজন ।
যেন লাগে দিয়ো মোক দক্ষিণাৰ ধন ॥ ২৪৭
আপোনাৰ মুখে খান্তা কৰি দিলি আশ ।
আজিয়েৰে নৃপতি সম্পূৰ্ণ ভৈল মাস ॥
দিনা চাৰি ভৈলে আসি আছো বাট চাই ।
চাহান্তে চাহান্তে তোক আক্ষিয়ো দুখাই ॥ ২৪৮
যেন বুলি আছা আবে সুমৰা তাহাক ।
শীঘ্ৰকৰি দিয়োক যজ্ঞৰ দক্ষিণাক ॥
আজি আউৰ ভাণ্ডিবে নোৱাৰা মহাৰাজ ।
দক্ষিণা কাৰণে আইলো এড়ি ৰাজ কাজ ॥ ২৪৯
ৰাজা বোলে যদি আজি পূৰ্ণ ভৈল মাস ।
আউৰ কিছু বুলিবে মোহোৰ নাহি সাস ॥
কিন্তু আছে এভো দেখা দুইপৰ সীমা ।
ইয়ো বেলি খানি মোক কৰিয়োক ক্ষমা ॥ ২৫০

এহি হোক বুলি ঋষি মাত্তিলা বাজাক ।
পাকদিয়া আছো আজ্ঞালৈয়া আপোনাক ॥
ইবেলিয়ো আসিলে পাতস কাপ জাপ ।
সর্ব্বনাশ করো তেবে দিয়া ব্রহ্মশাপ ॥ ২৫১
হেন বুলি বিশ্বামিত্রে পশিল নগৰ ।
নৃপতিক পাই আসি মহাচিন্তা ধৰ ॥
যেন ঘোর নির্ঘাত পড়িল আসি মাথে ।
অধোমুখে বসিয়া গুণন্ত নরনাথে ॥ ২৫৫
কোন কর্ম্ম করো আরে যাইবো কৈক লাগি ।
কৈত মিত্র আছে কৈত ধন পাইবো মাগি ॥
আপোনার মুখে মই বুলি আছো বাক্য ।
কেনমতে দিবো আজি সিটো দক্ষিণাক ॥ ২৫৩
কত কদর্থনা আউর সহিবো ঋষির ।
এক মনে বোলো এড়ো আপোন শরীর ॥
তথাপিতো ব্রহ্মস্ব থাকিবে মোত রহি ।
যত বংশ হুইবে তাকো মারিবেক দহি ॥ ২৫
ব্রহ্মস্ব রহিলে মোর নুহিবে নিস্তার ।
কত জন্ম পশু হৈয়া থাকিবো বিষ্ঠার ॥
এহি বুলি মনে মনে গুণন্ত নৃপতি ।
এবে কোন উপায়ে নযাইবো অধোগতি ॥

আপোনাক বিকি ব্রাহ্মণক দুজো খাব।
আত পরে বুদ্ধি আন নাহিকে আমাৰ ॥
মোৰ ভাগ্যে যেন হৌক পুত্ৰক এৰাউক।
এতেক বোলন্তে আসি প্ৰবেশিল শোক ॥ ২৫৬
মাত বোল হৰিল দেখন্ত অন্ধকাৰ।
হেন দেখি চিত্ত আউৰ নসহে শৈব্যাৰ ॥
লোতকে পুৰিল আসি গদ গদ মাত।
ধীৰে ধীৰে সুন্দৰী স্বামীক মাতে মাত ॥ ২৫৭
কাৰ্য্য সময়ত কেনে ভৈলা হত বুধি।
আপদ ব্যাধিৰ হোৱে ধৈৰ্য্যেসে ঔষধি ॥
মোৰ বাক্য ধৰা প্ৰভো চিন্তা পৰিহৰা।
অঙ্গীকৃত সত্যক সম্বৰে ৰক্ষা কৰা ॥ ২৫৮
যিটো পুৰুষৰ নষ্ট ভৈল অঙ্গীকাৰ।
লোকৰ বৰ্জ্জন হোৱে জীৱন ধিক্কাৰ ॥
নাহি নাহি আন ধৰ্ম্ম জানা সত্য বিনা।
জানি আন নিচিন্তিৱা দিয়োক দক্ষিণা ॥ ২৫৯
অগ্নি হোত্ৰ কৰে যিটো পঢ়ে চাৰি বেদ।
যত মহা দান আদি কৰি অবিচ্ছেদ ॥
সকলো নিষ্ফল যাব লড়িল বচন।
হেন জানি সত্য প্ৰভো কৰিয়ো ৰক্ষণ ॥ ২৬০

কীৰ্ত্তি নামে এক ৰাজা আছিল পূৰ্ব্বত ।
শত অশ্বমেধ আচৰিল বিধিব্ৰত ॥
আৰু এক ৰাজ সূই মনে কৰি ইচ্ছা ।
স্বৰ্গ হন্তে পড়িল বাৰেক বুলি মিছা ॥ ২৬১
সত্যে নেই ঊৰ্দ্ধক অসত্যে অধোগতি ।
হেন জানি সত্যক ৰাখিবে কৰা মতি ॥
ইন্দ্ৰত্তো অধিক সুখ গৈল কতো কাল ।
অ.উৰ কালে অনুশোচ কৰা মহীপাল ॥ ২৬২
তোমাৰিসে দুখ দেখি অন্তৰ্গত দহে ।
কিকৰোঁ জীৱন আউৰ হৃদয় নসহে ॥
শুনা বচনেক বোলো চৰণত ধৰি ।
বুলিবাক চাহন্তে লোতক পড়ে ঝৰি ॥ ২৬৩
অশেষ ক্ৰন্দন আসে মনত অসুখে ।
মাতিব নোৱাৰি আছিলন্ত অধোমুখে ॥
লোতকে তিতিল গদ গদ কৰে মাত ।
[illegible] মুখ তুলাই বোলে ৰাক ॥ ২৬৪
উপজিল পুত্ৰ ৰাজা এতেক বোলন্তে ।
পৃথিবীত অকস্মাৎ পড়িলা কান্দন্তে ॥
আৰু [illegible] বুলিবাক নোৱাৰি [illegible] ।
[illegible] ॥ ২৬৫

হেন দেখি নৃপতিৰ মনত আসুখ।
মহাদেৱক তুলি বস্ত্ৰে মুছিলন্ত মুখ॥
কিসক কান্দহ বাদ্ধে বুলিয়ো সত্বৰ।
পুনৰ যে নাম নৈলি আগত কুমৰ॥ ২৬৬
কিবা শুণি পৃথিবীত পাৰ লোটা লুটি।
শীঘ্ৰে প্ৰাণেশ্বৰী কহ প্ৰাণ যাই ফুটি॥
শুনি কতো বেলি ভৈলা শৈব্যাৰ চেতন।
অল্প কৰি নৃপতিক বুলিলা বচন॥ ২৬৭
উপজিল পুত্ৰ ৰাজা তযু যথোচিত।
মহন্ত জনৰ হোৱে হেনসে উচিত॥
পুত্ৰ প্ৰয়োজনে বিভা কৰয় ভাৰ্য্যাক।
আৰে পুত্ৰ উপজিলে এৰিয়ো আমাক॥ ২৬৮
আন একো উপায় নেদেখো আত বিনা।
আমাক বিক্ৰয় কৰি দিয়োক দক্ষিণা॥
আপোনাৰ সত্য ৰাখি কৰা থিৰ হিয়া।
মই বিক্ৰি যাওঁ প্ৰভো তুমি মাত্ৰ জীয়া॥ ২৬৯
আমাৰ নিমিত্তে তুমি এড়িয়ো বিমন।
ইহেন ভাৰ্য্যা পাইবা প্ৰভু যৈত মন॥
যজ্ঞ হোক সাফলে দক্ষিণা দিয়া গুজি।
মোৰ বাক্য কৰা প্ৰভু পূৰ্ব্বাপৰ বুজি॥ ২৭০

শুনা সভাসদ মহাজনৰ ধৰ্ম্মক।
প্ৰাণান্তিকু দুঃখ পাইলে নেৰয সত্যক ॥
সৰ্ব্বভৌম্য ৰাজপদ পুত্ৰ ভাৰ্য্যা যত।
চাণ্ডালত আপোনাক বিকিলা সত্যত ॥ ২৭১
হেনজানি মহাজনে নেড়িবা সত্যক।
সত্য শাস্ত্ৰ তত্ত্বজানি ভজিযো হৰিক ॥
কৃষ্ণৰ ভকতি সত্য ধৰ্ম্ম অনুপাম।
জানি উচ্চকৰি ডাকি বোলা ৰাম ৰাম ॥ ২৭২

———:০:———

## ছবী।

হেন শুনি নৃপতিৰ, হিয়া যেন যাই চিৰ,
শোকে আতি হৃদি যাই পুড়ি।
দেখিলন্ত তমোময়, শ্ৰুতি হীন মহাশয়,
অন্তৰীক্ষে ধাতু গৈল উড়ি ॥
আমুত দিলন্ত মাথ, কতো বেলি নৰনাথ,
শোকত ভৈলন্ত অচেতন।
কতো হিয়া ভুকু মাৰি, পৃথিবীত মাথা তাৰি,
আতি শোকে কৰন্ত ক্ৰন্দন ॥ ২৭৩

হৰি হৰি প্ৰাণেশ্বৰী, তোৰ মুখে কেন কৰি,
আসিলেক বজ্ৰ সম বাণী।
বুলিলা বিকিবে তোঁক, আতেসে অধিক শোক,
হৃদযত শোক শেল হানী॥
হেন ভৈলো অধোগামী, তোক কি বিকিবো আমি,
আপোনাৰ জীৱন কাতৰে।
ম্লেচ্ছৰো নাহিকে ধৰ্ম্ম, কৰিবে হেন কি কৰ্ম্ম,
কোননো অধম পাপী নৰে॥ ২৭৪
হৰি হৰি প্ৰাণেশ্বৰী, আপদত সেই তৰি,
মোহোৰ কণ্ঠৰ হেমহাৰ।
কোনসতে তোক এড়ি, থাকো মই প্ৰাণধৰি,
মুখ্যপ্ৰাণ তইসে আমাৰ॥
সুন্দৰ সৰল মুখ, দেখিলে পাহৰো দুখ,
জীয়ো সমুলপ্তে দেখি যাক।
চাণ্ডালতো ভৈল ধিক, প্ৰাণ ফুটি নযাই কিক,
বিকিবোহো হেনয় ভাৰ্য্যাক॥ ২৭৫
এহি বুলি মহাশয়, দেখিলন্ত তমোময়,
পৌড়িলেক শোকৰ ঝঞ্জালে।
হৰিলা চেতন জ্ঞান, উড়িলা সমস্তে প্ৰাণ,
পৃথিবীত পৰিল নিঢালে।

দেখি শৈব্যা মাথা তুলি, বুড়িল বুড়িল বুলি,
আকোৱালি ধবিলা স্বামীক ।
শিবত সিঞ্চন্ত পানী, বোলন্ত মধুৰ বাণী,
প্ৰাণ এড়িবাক চাহ কিক ॥ ২৭৬
চক্ষু মেলি চোৱা মোক, খণ্ডোক দাৰুণ শোক,
হিয়াৰ গুচুক ভকভকি ।
তমু অত দুখ দেখি, কেনে আছো প্ৰাণ ৰাখি,
কান্দন্ত সুন্দৰী মকমকি ॥
সুবৰ্ণৰ সিংহাসন, ৰত্নময় বিভোপন,
তাতে তুলি কোমল বিছাই ।
তাত থাকা নিদ্ৰা কৰি, এবে পৃথিবীত পড়ি,
কেনেনিদ্ৰা গৈলা মহাৰাই ॥ ২৭৭
পৃথিবীৰ ৰাজাগণে, খাটিলেক সৰ্ব্বক্ষণে,
নম্ৰভাৱে ভৃত্য হেন মান ।
ভাণ্ডাৰ সুবৰ্ণ ময়, দিলা মহাৰত্ন চয়,
কোটি কোটি ব্ৰাহ্মণক দান ॥
ৰাজ ব্ৰহ্মভোজবোল, লভিবল স্বৰ্গৰ কোল,
সত্তে বহিলেক পঞ্চামৃত ।
সিটো আজি নৰেশ্বৰে, দক্ষিণা দিবাক ডৰে,
মহাৰাজা পড়িল ভূমিত ॥ ২৭৮

যিটো ৰাজা হৰিশ্চন্দ্ৰ, শ্ৰীমন্ত যেহেন ইন্দ্ৰ,
বুদ্ধি বলে॰ বিষ্ণুৰ সমান।
সসাগৰা বসুমতী, তৃন যেন কৰি মতি,
ঋষিক উচৰ্গি দিলা দান ॥
আনো যত হস্তী ঘোড়া, তাৰ কোনে পাৱে ওৰা,
ব্ৰাহ্মণক দিলা মহাৰাই।
সিটো ভৈল ভিক্ষু প্ৰাই, দক্ষিণা দিবাৰ নাই,
ঋষিৰ ভয়ত ধাতু যাই ॥ ২৭৯
হৰি হৰি বিধি তোৰ, কত অপৰাধ ঘোৰ,
চিন্তিলন্ত এন্তে মহামতি।
আক্ষ কিবা শত্ৰু বুলি, এতেক দুৰ্গতি দিলি,
কৰিলাহা হেনসে বিপত্তি ॥
সুগন্ধ চন্দন যাৰ, গাৱে ঘসি মল কাঢ়ে,
ৰত্ন অলঙ্কাৰ বিৰচিত।
সিটো কাল কৈক গৈল, হেনসে বিপত্তি ভৈল,
এবে যেন নাটয় মাটিত ॥ ২৮০
উঠা উঠা প্ৰাণ নাথ, মোক ছোৱা তুলি মাথ,
মোৰ গাৱে অগনি জলয়।
দিয়া মোক সমিধান; যুড়াইবো সমস্তে প্ৰাণ,
হেৰা মই মাত্তো মহাদিই ॥

এবেসে জানিলো আমি, মৰিলাহা প্ৰাণস্বামী
তোমাক পাইলেক মহাকালে ।
এহি বুলি পটেশ্বৰী, ৰাজাৰ গাৱক এড়ি,
পৃথিবীত পৰিলা নিঢালে ॥ ২৮১
ৰাজায় দেখন্ত আতি, বিমূৰ্চ্চিল ভৈল সতী,
মুখৰো হৰিল মাত বোল ।
ৰোহিতাশ্ব শিশু দেখি, ক্ষুধায়ে কান্দিলা আতি
মাৱৰ চাপিলা আতি কোল ॥
আই দিয়া অন্নপান, ভোকে হেৰা যাই প্ৰাণ,
উঠা বুলি গলত বান্ধই ।
হেৰা ছোৱা সুখাই মুখ, নোৱাৰো সহিব দুখ,
এহি বুলি কুমৰে কান্দই ॥ ২৮২
মোক কোলে লোৱা তুলি, হেৰা চোৱা পুত্ৰ বুলি,
হাতে ধৰি ঝঙ্কাৰে ৰাজাক ।
ভোকে গাৱ মুহি থিৰ, দিয়া ঘৃত লাড়ু, ক্ষীৰ,
কোলাত বসিয়া খাইবো তাক ॥
কতেক ঘুমটি পাৰা, মোক কেনে ভোকে মাৰা,
বুলি কান্দে নৃপতি নন্দন ।
আছাৰয় হাত ভৰি, মনত বিকল কৰি,
গেৰি পাৰি কৰন্ত ক্ৰন্দন ॥ ২৮৩

সেহি বেলা বিশ্বামিত্ৰ, উগুল থুগুল চিৰ্ত্ত,
উঠন্তে বৈসন্তে চান্ত বেলি।
হৃদয়ত এহি ধ্যান, পাইবোঁ আজি মই দান,
ৰাজা দিবে সূৰ্য্য অস্তভেলে॥
থাকিব নোৱাৰো বসি, উঠি লৰিলন্ত ঋষি,
যথাত আচন্ত ৰাজা পৰি।
হাতে দণ্ড কান্ধে ছাতি, দেখিয়া কুমৰে আতি,
আই বাপ বুলি দিলে গেৰি॥ ২৮৪
ঋষিৰ মুৰ্ত্তিক দেখি, লুকায়া মুদিল আখি,
নৃপতিৰ বুকুৰ সান্ধিত।
বিশ্বামিত্ৰ দেখে পাছে, মূৰ্চ্ছা গৈয়া পৰি আছে,
মহাৰাজা ভাৰ্য্যাৰ সহিত॥
বিমূৰ্চ্চিত দেখি আতি, দক্ষিণা হেৰাইল বুলি,
বসিলন্ত অধোমুখ কৰি।
সুখ নাহি উঠি যান্ত, নিহালি নিহালি চান্ত,
জানোঁ ৰাজা আছে ছল ধৰি॥ ২৮৫
কান্ধে ঘট ধৰি আনি, মাথাত ঢালন্ত পানী,
উঠ উঠ হৰিশ্চন্দ্ৰ ৰাই।
দিয়া ধন দক্ষিণাৰ, কান্ধৰ গুছায়ো ভাৰ,
ধৰুৱাৰ কৈতো সুখ নাই।

বোলন্ত অনেক বাণী, ঢালন্ত শিৰত পানী,
নৃপতিয়ে চক্ষু মেলি চাইলন্ত ।
ঋষিক আগত দেখি, আক মুদিলন্ত আক্ষি,
ডুনাই যেন যমপুৰী পাইল ॥ ২৭৬
দেখি ক্ৰোধে জ্বলি গৈল, ৰাজাক বুলিবে লৈল,
তোৰ সবে বুদ্ধি কৰো চুৰি ।
দক্ষিণা দিবাক ডৰে, পাইলে তোক চিন্তা জ্বৰে,
মিছাত আছস ভেম জুৰি ॥
উঠা উঠা ধৰ্ম্ম জানি, আপোনাৰ সত্য বাণী,
ৰাখি মোক শীঘ্ৰে দিয়া দান ।
সত্যে সূৰ্য্য আছে ৰহি, সত্যতেসে আছে মহী,
সত্য সম ধৰ্ম্ম নাহি আন ॥ ২৮৭
শুন অৰে মহাপাপ, জানিলো পাঁড়িলে কাপ,
বিস্তৰ নোবোলো আৰ বাক ।
আজি সূৰ্য্য অস্ত গৈলে. জানো ৰসাতলে গৈল,
যেবে আনি নেদে দক্ষিণাক ॥
এড়াইবে কাহাৰ বাপ, বংশ দহি দিবো শাপ,
কবৈ ঋষি অতি চটি ফটি ।
কিবা কৰা দেখো আত, খানিতেক চাহোঁ বাট,
এহি বুলি গৈলন্ত উলটি ॥ ২৮৮

টেম্বুয়া নিবন্ধে গ্রাম বটগ্রবা যার নাম,
লোহিতক স্থলে অনুকূল।
ভৈলা সেহি গ্রামেশ্বর, যার নাম রাজধর,
দানে মানে যাক নাহি তুল॥
অতিথি অর্চ্চাত পরে, আন চিন্তা নাহি ঘরে,
সর্ব্বদায়ে আনন্দ উৎসব।
তান পুত্র ভৈলা চারি, সূর্য্যবর মুখ্য করি,
হলায়ুধ জয়ন্ত মাধব॥ ২৮৯
জ্যেষ্ঠ ভৈলা সূর্য্যবর, মহা বড়া দেশধর;
নামত কায়স্থ কুল দীপ।
মহাদাতা হেন শুনি, ব্রাহ্মণ সজ্জন গুনি,
চলি যান্ত যাহার সমীপ॥
তানে ভৈলা গর্ব্বেশ্বরে, মহামানি বংশধর,
প্রসিদ্ধ কুসুম নাম যার।
ভৌমিকর বুঢ়া মানি, দাতার আগত গণি,
যার যশে ব্যাপিল সংসার॥ ২৯০
তান পুত্র অল্পমতি, শঙ্করে করিয়া নতি,
কৃষ্ণ পাবে বচিলা পয়ার।
শুনা সবে বুধ জনে, সারশেষ জানে কোনে,
পুরাণর কথা তত্ত্ব সার॥

কথাৰ আশ্ৰয় চাই, বাক্য ৰস ঠাই ঠাই,
নিৰ্ব্বন্ধিলো কঠোৰক ডৰে ।
যদি অনুস্বাদ হুহ, তাতেঃ যেবে জ্ঞান নুই,
ভুঞ্জিবাক পাৰে কোন নৰে ॥ ৯১
কৰযোড়ে বোলো বাক, শুনিয়ো পণ্ডিত জাক,
যদি দেখা মোৰ পদে দোষ ।
পুণ্যকথা পুৰাণৰ, গঙ্গাজল পটন্তৰ,
তাক শুনি হুয়োক সন্তোষ ॥
প্ৰণমিয়া হৰি পাৱে, বোলো হেৰা বহু ভাৱে,
শুনা সমজ্যাৰ যত লোক ।
আন চিন্তা দূৰকৰি, ডাকি বোলা হৰি হৰি,
মহাসুখে যায়ো বিষ্ণুলোক ॥ ২৯২

———0———

## পদ ।

জৈমুনিৰ আগে পক্ষী গণ নিগদতি ।
ঋষিক যাইবাৰ দেখি উঠিলা নৃপতি ॥
শৈব্যায়ো বসিলা কুমৰক কোলে ধৰি ।
চিন্তন্ত বসিয়া ৰাজা ঋষিক সুমৰি ॥ ২৯৩

আজি ঋষি শাপত সবংশে যাইবো তল ।
কৈক যাইবা কিকৰিবো হৃদয় বিকল ॥
শুণি একো কৰিবাক নোৱাৰন্ত থিৰ ।
দেখি মহাদই ভুনাই বোলে ধীৰ ধীৰ ॥ ২৯৪
এভো হেন কৰা প্ৰভু মোৰ বাক্য ধৰা ।
শাপ অগনিত পৰি বিপাঙ্গে নমৰা ॥
মোক বিকিয়োক হিয়া কৰিয়োক থিৰ ।
দক্ষিণাক শুদ্ধি হাত এড়ায়ো ঋষিৰ ॥ ২৯৫
হেন শুনি ৰাজা আতি ভৈলন্ত বিতত ।
কান্দন্তে লোতক নাসে যেন কাঠৰত ॥
শৈব্যাক বোলন্ত বাক্যে কৰা মোৰ বাক ।
পৰম নিৰ্দ্দয় হুয়া বিকিবো তোমাক ॥ ২৯৬
মহাক্ৰুৰ পাপীজনো নাচৰে ইহাক ।
তাহাত অধম হৈয়া বিকিবো তোমাক ॥
কেনমতে কণ্ঠৰ বজাইবো হেন ৰাণী ।
হেন বুলি তৈৰ উঠি গৈলা তিনি প্ৰাণী ॥ ২৯৭
ভাৰ্য্যায়ে সহিতে গৈলা নগৰৰ মাজে ।
বেঢ়ি বেঢ়ি তাসম্বাক সোধে সাম ৰাজে ।
কোন দেশী তোমৰা উত্তম তিনি প্ৰাণী ।
কমৰাক দেখি দুগ্ধ পাড়ু দেই আনি ॥ ২৯৮

নৃপতি বোলন্ত শুনা নগৰীয়া লোক।
পৰম ঘাতুক মই মুণ্ডখিয়া মোক॥
ৰাক্ষস পিশাচ যত সবাতো অধম।
পৃথিবীত মহাপাপী নাহি মোক সম॥ ২৯৯
ভাৰ্য্যাক বিকিবে আসি আছো আগবাঢ়ি।
আহাৰ নিমিত্তে প্ৰাণ যান্তে আছো ছাৰি॥
দাসী ভাৱে লয়া যেবে আছে প্ৰয়োজন।
ঝান্তে বোলা যেবে মোত আছয় চেতন॥ ৩০০
এক বৃদ্ধ ব্ৰাহ্মণ আসিল হেন শুনি।
জক মক দশন মাটিত লাগে ভূণি॥
চৰাচৰ ফেঁাট জকমক কৰে কেশ।
অতি বৃদ্ধ ব্ৰাহ্মণ চলন্তে লাস বেশ॥ ৩০১
গাৱ ভৰি হাত সিটো আছাৰন্তে আসি।
নৃপতিক বোলন্ত বিকস কোন দাসী॥
মই লইবো কিনি দাসী যত লাগে ধন।
কত পাইলে দিবি কহ স্বৰূপ বচন॥ ৩০২
নগৰৰ দ্ৰব্য আমি গ্ৰাহক কৰাওঁ।
নান বিধ বস্তু যত ঘৰে বসি পাওঁ॥
দুখ পাইবে লাগি কিছু নকৰিয়ো শঙ্কা।
ঘৰতো পড়িয়া আছে লক্ষকোটি টঙ্কা॥ ৩০৩

একেশ্বানী ভাৰ্য্যা মোৰ আছি সুকুমাৰী ।
প্ৰাণ সম আয়াৰ প্ৰথম বিহা নাৰী ॥
কৰ্ম্ম কৰিবাক নেদো দুখ পাইবে ডৰে ।
পানী আনি আপুনি ৰন্ধন কৰো ঘৰে ॥ ৩০৪
তোৰ ভাৰ্য্যা দেখো এই স্বভাৱে সুখিৰ ।
কৰ্ম্মত কুশল হৈবে সুদৃঢ় শৰীৰ ॥
এহেক দাসী পাইলে ভাল পাইবে ব্ৰাহ্মণী ।
যেন লাগে লইবি ধন মই নিবো কিনি ॥ ৩০৫
ব্ৰাহ্মণৰ শুনি বজ্ৰ সমান বচন ।
মহাদুখে নৃপতিৰ বিদাৰিলা মন ॥
মাতবাক নপাৰিয়া ৰাজা সেই টানে ।
গোৰ কটা গাছ যেন পড়িল নিচানে ॥ ৩০৬
উঠ কিবা লইবি বুলি ব্ৰাহ্মণে মাতন্ত ।
অচেতন হৈল ৰাজা নেদন্ত সিদ্ধান্ত ॥
কণ্ঠৰ নোলাই মাত বিহ্বল পৰাই ।
তবধ নয়নে ৰাজা থাকিলন্ত চাই ॥ ৩০৭
হেন দেখি বিপ্ৰৰ কুপিত হৈল মন ।
আপোন গাতিৰ খোলকাই আনি ধন ॥
ৰাজাৰ গাৰৰ বাকলীত বান্ধি থৈলা ।
উঠ আৰে দাসী বুলি মাতিবাক লৈলা ॥ ৩০৮

শৈব্যায়ে বোলন্ত বৈয়ো খানিতেক লাগি ।
স্বামীক মাতিয়া যাওঁ ইশ্বৰক লাগি ।
প্ৰাণ নাথ এবে দেখা দোখ আজি যাই ।
পৰিচ্ছেদা কৰি খানিতেক থাকো চাই । ৩০৯
হেন শুনি খঙাইলে ব্ৰাহ্মণ অহঙ্কাৰী ।
কোলাৰ শিশুক ধৰি লৈযান্ত আজুৰি ॥
কৈব স্বামী পাইলি বুলি কিল মাৰে ধৰি ।
বাম হাতে চুলে ধৰি লৈযান্ত আজুৰি । ৩১০
মহাদই বোলে শুক এৱা এৱা মোক ।
চক্ষু গোট মেলি চাওঁ ৰোহিতাশ্ব পোক ॥
মাৰৰ পুত্ৰৰ দেখা দেখি আজি যাই ।
চাওঁ মই নেত্ৰ ভৰি স্নেহৰ পুতাই ॥ ৩১১
ভৈলো কুলক্ষণী আজি ব্ৰাহ্মণৰ দাসা ;
তই ৰাজকুমৰ মুছুৰি মোক আসি ॥
এহি বুলি আৰ্ত্তস্বৰে কৰন্ত ক্ৰন্দন ।
মাৰৰ বচন শুনি ৰাজাৰ নন্দন ৩১২
মাৰ মাৰ বুলি খেদি গৈলা পুত্ৰ খানি ।
দেখি বৃদ্ধ ব্ৰাহ্মণে মাৰিলে লাঠি হানি ॥
আইস বুলি তথাপি চাপিলা আসি পাশ ।
মাৰক সাবটি ধৰি পাৰন্ত আঁটাস ॥ ৩১৩

হেন দেখি মহাদেই কৰন্ত কাতৰ।
নমাৰা নমাৰা গুৰু মৰিবে কুমৰ॥
চৰণত ধৰো গুৰু হুয়োক প্ৰসন্ন।
কুমৰকো কিনিলৈয়ো দিয়ো কিছু ধন॥ ৩১৪
কৰ্ম্ম কৰিবাক নোৱাৰিবো পুত্ৰবিনা।
সন্তাপতে মৰিবো মিছাতে মোক কিনা॥
হেন জানি মাৰ পুত্ৰ একে লগে কিনা।
নোৱাৰো ৰাখিবে প্ৰাণ ৰোহিতাশ্ব বিনা॥ ৩১৫
হেন শুনি ব্ৰাহ্মণৰ পালটিল মন।
ৰাজাক বোলন্ত লোৱা পুত্ৰ বিকি ধন॥
যাই লগ লাগি পাশ নেৰয় মাৱৰ।
ধৰ্ম্ম ব্যৱহাৰে ধন পাস্ৰ দুইহন্তৰ॥ ৩১৬
এহি বুলি দুইৰ ধন কৰি এক ঠাই।
বাকলি বস্ত্ৰত নিয়া বান্ধিল দঢ়াই॥
মাৱ পুত্ৰ দুইক নেই একে ঠাইতে বান্ধি।
পাছত কোবান্ত দ্বিজে দুয়ো যান্ত কান্দি॥ ৩১৭
কাতি হৈয়া পড়িয়া আছন্ত ৰাজা চাই।
আগন্তে বান্ধিয়া ভাৰ্য্যা পুত্ৰ লৈয়া যাই॥
কৰন্ত ক্ৰন্দন পৃথিবীত পৰে লুটি।
কিবাচাই আছো প্ৰাণ কেনে নযাই ফুটি॥ ৩১৮

হা পুত্ৰ ভাৰ্য্যা বুলি হিয়ে হানে মুঠি।
ঢাত ঢাত মাটিত পৰন্ত উঠি উঠি॥
হৃদয়ৰ মাংস কাটি কোনে লৈয়া যাই।
কৰন্ত ক্ৰন্দন তাসম্বাক চাই চাই॥ ৩১৯
হৰি হৰি পুত্ৰ সূৰ্য্যবংশে ভৈলা জাত।
সুকুমল শৰীৰ সুন্দৰ ভৰি হাত॥
তয়ো গৈলি বিক্ৰয় জীৱন ধিক ধিক।
আউৰ কিবা দেখিয়াছো প্ৰাণ নযাই কিক॥৩২০
হা প্ৰাণেশ্বৰি হা হা ৰোহিতাশ্ব পুত্ৰ।
তোমাসাক বান্ধিনেই কৈৰ যম দূত॥
হেনয় অৱস্থা ভৈল মোৰ কৰ্ম্মফলে।
জীৱো কিকুলাগি আবে যাওঁ ৰসাতলে॥ ৩২১
এহিমতে কান্দি কান্দি ৰাজা আছে চাই।
মহাদৈক পুত্ৰসমে দুইকো লৈয়া যাই॥
বৃক্ষ গৃহ তাসম্বাৰ আঁৰ যেবে ভৈলা।
তুনাই পৃথিবীত পৰি মূৰ্চ্ছাগত গৈলা॥ ৩২২
সেহি সময়ত বিশ্বামিত্ৰ পাইল আসি।
উঠ উঠ ৰাজা বুলি দিলন্ত উকাশি॥
কিবা ধন পায়া আছা দিয়োক সম্প্ৰতি।
শুনি চকমক কৰি উঠিলা নৃপতি॥ ৩২৩

ভাৰ্য্যা পুত্ৰ বিকি ধন পায়া আছে যত ।
তুপলি মেলিয়া দিলে ঋষিৰ হাতত ॥
অল্পধন দেখি ঋষি সন্তোষ নভৈল ।
শীঘ্ৰে উঠি নৃপতিক বুলিবে লাগিল ॥ ৩২৪
শুন অৰে পাপীষ্ঠ অধম কুলাঙ্গাৰ ।
এহিমানে অনুৰূপ দক্ষিণা আমাৰ ॥
ঋষিহেন বুলি তই আমাক নগণি ।
ক্ষুধাতুৰ জনে যাচ ভাতৰ পোতনি ॥ ৩২৫
এহি ধন পাই তোক কৰিবোহো ক্ষমা ।
আজি মোৰ দেখ কেন তপৰ মহিমা ॥
নৈয়ো তেবে দেখ তেবে মোৰ ব্ৰহ্মবল ।
ঘোৰ চণ্ড শাপে সবে বংশ যাইবি তল ॥ ৩২৬
হেন শুনি হৰিশ্চন্দ্ৰ তৰতৰি মনে ।
ভাৰ্য্যা পুত্ৰ বিকি ধন পাইলো এহিমানে ॥
দিবে আৰু কিছু মোৰ নাহিকে সম্পত্তি ।
এতিক্ষণে ইটো ধন নৈয়ো মহামতি ॥ ৩২৭
বিশ্বামিত্ৰে বোলে আৰু নকৰিবা হেলা ।
এতো আছে দিবসৰ প্ৰহৰেক বেলা ॥
ইয়োবেলি খানি থাকিবোহো বাট চাই ।
আৰু কিছু নবকিবি মোক মহাৰাই ॥ ৩২৮

এহি বুলি কপিঞ্জত বান্ধি লৈলা ধন ।
কোপ মনে বিশ্বামিত্ৰে কৰিলা গমন ॥
চিন্তা ভয়ে ৰাজাৰ দগধ ভৈল মন ।
শ্ৰুতি জ্ঞান নাই আৰ হৰিল চেতন ॥ ৩২৯
দুখৰ উপৰি দুখ পাইলা মহাৰাই ।
শৰীৰত মহাচিন্তা অগণি উধাই ॥
নেদেখো উপায় আৰু আবেসে মৰণ ।
বিশ্বামিত্ৰ সাগৰত নভৈল তৰণ ॥ ৩৩০
গুণি গাথী আন একো নেদেখো প্ৰকাৰ ।
আপোনাক বিকি শুজোঁ আপোনাৰ ধাৰ ॥
এহিমতে কতোক্ষণ দড়াই আপোনাক ।
অধোমুখ হৈয়া ৰাজা দিলা দীৰ্ঘ ডাক ॥ ৩৩১
আপোনাকো বিকো হেৰা যাৰ আছে মন ।
ভৃত্য কৰি কিনি লোয়া আনিদিয়া ধন ॥
যাৱে নতু আসি হোৱে সূৰ্য্য অস্তাগত ।
সত্বৰে বোলাহা আসি মোহোৰ আগত ॥ ৩৩২
এহি বুলি বাৰে বাৰে ডাকন্ত তপাল ।
শুনি ভয়ঙ্কৰ এক আসিল চাণ্ডাল ॥
যেন অঙ্গাৰৰ বৰ্ণ জ্বলে কলেৱৰ ।
অন্ধ কূপ যেন জ্বলে নাসিকা বিবৰ ॥ ৩৩৩

ডাঙ্গৰ দুগোটা চক্ষু দেখি ভয়ঙ্কৰ।
বিকট দশন ৰাজা অগ্ৰে অগ্ৰসৰ ॥
ফাল্গুণৰ বায়ু যেন নাকৰ বতাস।
ওলমিছে পেট যেন বড় মোৰ বাঁহ ॥ ৩৩৪
মেঘৰ গৰ্জ্জন যেন মুখত শুনি মাত।
ভেঙ্গুৰা ভেঙ্গুৰ থুলন্তৰ ভৰি হাত ॥
তাম্ৰ বৰ্ণ গোফ দাড়ি লোহা অলঙ্কাৰ।
হাতে জাঠি ধৰি যেন ৰাক্ষস আকাৰ ॥ ৩৩৫
অনেক চাণ্ডাল গণে বেঢ়ি আছে তাক।
মই কিনিবোহো বুলি মাতিলা ৰাজাক ॥
কত ধন লাগে তোক কহ মূল দৰ।
কিবা অল্প লাগে কিবা লাগয় বিস্তৰ ॥ ৩৩৬
ঢলো পড়ো কৰে আতি মদ্য আছে লাগ।
অনুওৰ কৰি নৃপতিক মাতে ৰাগি ॥
কাল কীল কৰি উন্মত হুয়া হাসে।
ভেল ভেল কৰিয়া মদ্যৰ গন্ধ আসে ॥ ৩৩৭
হেন দেখি ৰাজা দিলা নাকত কাপোড়।
তোৰা কোন জাতি বুলি সোধে নৃপবৰ ॥
কিবা নাম তোমাৰ সম্বৰে কহিয়োক।
চাণ্ডাল বদতি তই কিবা সোধ মোক ॥ ৩৩৮

জাতিত চাণ্ডাল থাকো প্ৰবীৰ পুৰত।
বঞ্চবধক নামে মই প্ৰখ্যাত লোকত॥
মৃতকৰ বস্ত্ৰ মানে মোৰ অধিকাৰ।
শুনি নৃপতিৰ ভৈল হৃদয় বিদাৰ॥ ৩৩৯
ৰাজায়ে বোলন্ত তই উলটিয়া যাস।
প্ৰাণান্তিকে নহো মই চাণ্ডালৰ দাস॥
শাপ অগনিত মৰো সেই মোৰ ভাল।
কোননো পাপীষ্ঠে হইবে চিত্তনি চাণ্ডাল॥ ৩৪০
সেহি সময়ত বিশ্বামিত্ৰ পাইলা আসি।
তবধ নয়নে ক্ৰোধ দণ্ডক উল্লাসি॥
ৰাজাক বোলন্ত অৰে শুন মহীপাল।
দিবেক বিস্তৰ ধন গৃহস্থ চাণ্ডাল॥ ৩৪১
পাইবো মই বহুধন চাণ্ডালে যদি কিনে।
অল্পসে দিবেক ধন কিনিলে সজ্জনে॥
হেন জানি চাণ্ডালত যাইয়ো বিক্ৰয়।
মোৰ যেবে শাপক তোহোৰ আছে ভয়॥ ৩৪২

———0:———

## দুলৰী ।

শুনি হৰিশ্চন্দ্ৰ, ঋষিক বোলন্ত,
শৰণ লৈলো তোমাত ।
ভুঞ্জিলো পৃথিবী, আছিলো নৃপতি,
সূৰ্য্যবংশে ভৈলোজাত ॥
কোন সতে ভৃত্য, হুইবো চাণ্ডালৰ,
ইটো সবে গৰিহিত ।
কুলীনৰ ঠাই, আমাক বিকাই,
লৈয়ো দক্ষিণাৰ বিত ॥ ৩৪৩
শুনি বিশ্বামিত্ৰ; ক্ৰোধে উঠলি,
হায়োৰে পাপী দুৰ্জ্জন ।
মোৰ মন পুৰি, দক্ষিণা দিবাক,
তোহোৰ নাহিকে মন ॥
যেবে চাণ্ডালত, বিক্ৰয় নযাস,
যেবে ধন নেদ তাৰ ।
এতিক্ষণে হেৰা, শাপি ভস্মকৰো,
নাহিকে দোষ আমাৰ ॥ ৩৪৪
শুনি হৰিশ্চন্দ্ৰ, বিহ্বল ভৈলন্ত,
সমস্তে প্ৰাণ উড়িল ।

ত্ৰাহি ত্ৰাহি বুলি, নিঢালে সমূলি,
ঋষিৰ পায়ে পড়িল॥
চৰণত ধৰি, কৰন্ত কাতৰ,
হুয়োক ঋষি প্ৰসন্ন ।
শোকে বিমোহিত, ভৈলোহো বিস্মিত,
দিয়োক মোক শৰণ ॥ ৩৪৫
চাণ্ডালত মোৰ, জাতি ভ্ৰষ্টনৌক,
তোমাৰেসে ভৈলো দাস ।
নকৰা বিঘিনি, তুমি লোৱা কিনি,
দক্ষিণাতে লৈয়ো দাস ॥
যেহি লাগে সেহি, বহন কৰিবো,
ফুৰাইবো কান্ধত কৰি ।
কাম্পয় হৃদয়, দিয়োক নিৰ্ভয়,
থাপিয়োক মোত ভৰি ॥ ৩৪৬
তথাপিতো ঋষি, নিষ্ঠুৰ বোলন্ত,
ভবিৰ এড় নিলাজ ।
টেটোন পালক, কি কৰিবো তোক,
ধনতেসে মোৰ কাজ ॥
তুয়ো দাস ভৈলে, মোৰ অধিকাৰ,
কি কৰিবো তোক নিয়া ।

নিযোক চাণ্ডাল, আক বিকো আমি,
দশ কোটি ধন লৈয়া ॥ ৩৪৭
হেন শুনি ভৈল, চাণ্ডাল হৰিষ,
উলস মালস মন ।
ঋষিক বুজায়া, ভাৰে তাবে আনি,
দিলে দশ কোটি ধন ॥
ঋষিৰ ভৰিৰ, পৰা নৃপতিক,
আজুৰি আনিলা ধৰি ।
পাপীষ্ঠ চাণ্ডাল, লগাইল ঘৰ্ঘাল,
বান্ধি পাছ হাতু কৰি ॥ ৩৪৮
যেন খন্ত চোৰ, পাইল নৃপতিক,
চাণ্ডালে কৰয় দণ্ডা । ,
যাস যাস বুলি, মাৰন্তে লৈযাই,
উলটা লাঠিৰ খুণ্ডা ॥
কতো দণ্ড ধৰি, পিঠিত কোবাৱে,
বিশ্ৰুতি ভৈলা নৃপতি ।
একে ভাৰ্য্যা পুত্ৰ, বিয়োগ দগধ,
আপোনাৰো হেন গতি ॥ ৩৪৯
এহিমতে মাৰি, ধৰি নৃপতিক,
আপোন গৃহক নিল ।

দণ্ডি কৰি পাচে, মৰাৰ ওপৰে,
কাম চাহিবাক দিল ॥
মৃতকৰ বস্ত্ৰ, দিবি আনি আক,
যি পাস চিন্তা সঞ্চালি ।
মহা কষ্টে দুখে, নৃপতি থাকিলা,
তাহাৰ আদেশ পালি ॥ ৩৫০
আপোনাৰ অন্ন, চাণ্ডালে নেদয়,
ঘিণে মৰিবেক বুলি ।
আঠে চাৰি তাৰ, দণ্ডিত ভুঞ্জন্তে,
যুড়িয়া নৱ পাতলি ॥
চাণ্ডালৰ ঘৰে, বঞ্চন্তে ৰাজাৰ,
দণ্ডে এক যুগ যাই ।
ভাৰ্য্যাক পুত্ৰক, সুমৰি সদাই,
কান্দে হৰিশ্চন্দ্ৰ ৰাই ॥ ৩৫১
হৰি হৰি বাঢ়ে, এবে হুইবে ভৈলা,
দুখতে মলীন মুখ ।
সৰ্ব্বক্ষণে শোক, সুমৰি নেৰাব,
পুত্ৰৰ দেখিয়া দুখ ॥
বুলিবে নৃপতি, আসিবস্ত পাৰা,
আমাক নিবে মেলাই

ইটো আঠাস্তৰ, একো নজানিলি,
যি ভৈল মোৰ বিলাই ॥ ৩৫২
ৰাজ্য ত্যাগ ভৈল সুহৃদে এড়িল,
বিকিলো পুত্ৰ ভাৰ্য্যাকে।
আপুনি চাণ্ডাল, ভৈলো দাস আজি,
মোহোৰ কৰ্ম্ম বিপাকে ॥
আৰৰ কতেক, ভুঞ্জিবো ললাট
কোন গতি হোৱে মোৰ।
কষ্টৰ উপৰি, কষ্ট দিয়ে আসি,
দুখৰো নেদেখোঁ ওৰ ॥ ৩৫৩
প্ৰভাত মধ্যাহ্ন, গধূলি বেলাত,
এহিসে মুখত গীত।
চক্ষুৰ লোতকে, পাঙ্গৰি তিতই,
নিদ্ৰা নাসে ৰজণীত ॥
মৃতকৰ বস্ত্ৰ, যি দিনা নপাস্ত
চাণ্ডালে ধৰিয়া মাৰে।
এহি মতে ৰাজা, চাণ্ডালৰ ঘৰে,
ৰহিলা দুখ নিকাৰে ॥ ৩৫৪
মহাদেৱো ভৈতে, দণ্ডে যুগ বাঢ়ি,
বৃদ্ধ ব্ৰাহ্মণৰ ঘৰে।

আঠে চাৰি পাকে, দিনেক ভুঞ্জন্তে,
সিয়ো মাৰণক ডৰে॥

ভূমিত শয়ন, মলিন বসন,
ঢুলাৱে জটিল কেশ।

মহাদই বুলি, চিনন নযাই,
ভৈলন্ত মলিন কেশ॥ ৩৫৫

খাইবাক নপাই, কুমৰ সুখাই,
দুখীৰ যেন ছৱাল॥

অগক যাহান্তে, ব্ৰাহ্মণ কুমৰে,
তাতেসে নলাগে মিল॥

চৈৰ কৰি চান্তে, কুৰূপ দেখাই,
মলিন বস্ত্ৰ নিসন্ধি॥

দেখি পটেশ্বৰী, ক্ৰন্দন কৰন্ত,
পুত্ৰক গলত বান্ধি॥ ৩৫৬

মই দুখিনীৰ, পেটত পুতাই,
উপজিলি কিক লাগি।

তোৰ দুখ দেখি, কেনে প্ৰাণ ধৰো,
নগৈল হৃদয় ভাগি॥

হা প্ৰাণনাথ, তোমাকেসে লাগি,
সৰ্ব্বলক্ষণে ভুঞা পিণ্ড।

আমাকি মেলাইবে, আসিবাক পাৰ,
এহিয়ে আশাত জীও ॥ ৩৫৭
পুত্রে বোলে মার, পিতৃ আসিবন্ত,
ওলাই চাই থাকা বাট ।
আপদ আন্ধারে, পোহর নেদেখো,
কতেক দুঃখ ললাট ॥
হরি হরি প্রভু, ভালে কি আছন্ত,
মোর দুখ আছা চাই ।
নজানো বিধতা, তোমাক কৰিলে,
আৰু বা কোন ঠাই ॥ ৩৫৮
মহা দুঃখ ডৰ, কিমতে সহিবো,
আমাক পাইলেক অন্তে ।
হা প্রভু দেব, জানো প্রাণযাই,
তোমাক নভু দেখন্তে ॥
আউৰ ইটো জন্মে, দেখিতে নপাইবো,
প্রভুৰ দুই চৰণ ।
ইহেন মহা দুখ, মই অবিহবে,
পুত্রৰ হুইবে মৰণ ॥ ৩৫৯
এহি মতে শাস্তী, সদায়ে মাগন্ত,
লোভকৰ মাহি চেম ॥

অগ্নিৰ সদৃশ, শৰীৰ শোষয়,
হিয়াৰ মুগুছে খেদ ॥
হেনয় নিকাৰে, আছন্ত সুন্দৰী,
ব্রাহ্মণৰ হয়া দাসী ।
ৰাজ কুমৰক, ফুল পাৰিবাক,
বুলিলা এদিন ঋষি ॥ ৩৬০
ব্রাহ্মণ বচনে, ৰাজাৰ কুমৰে,
হাতে কুকী গোট লৈয়া ।
ফুলনি বাড়ীত, সোমাই কুমৰে,
ফুল পাৰে দাঁৰি নিয়া ॥
সেহি ফুল গাছে, কাল সৰ্প আছে,
উপৰক তুলি ফেট ।
কুমৰক ক্রোধ, কৰি মহা সর্পে,
মাথাত মাৰিল খোট ॥ ৩৬১
বিষৰ পৰশে, থৰ থৰি কম্পি,
কুমৰৰ প্ৰাণ গৈল ।
বুঢ়িল বুড়িল, বুলি পটেশ্বৰী,
পুত্ৰশোকে আউল ভৈল ॥
দুহাতে ধৰিয়া, মুঠি হানে হিয়া,
হাহা পুত্ৰ পুত্ৰ বুলি ।

মোক যাস এৰি,   শোকে পাৰে গেড়ি,
মৰিলো আবে সমূলি ॥ ৩৬২
মোহোৰ পুতাই,   কোনে লৈয়া যাই,
গৰ্ভত জালিয়া জুই ।
হৰি হৰি বিধি,   কতনো মাৰস,
মোক শোক শেলে খাই ॥
ৰোহিতাশ্ব বাপ,   তোহোৰ সন্তাপ,
কৈকনো গৈলে এড়াওঁ ।
মায়াৰ কুমৰ,   আমাক সুমৰ,
লগে যমপুৰে যাওঁ ॥ ৩৬৩
কাক গলে বান্ধি,   শুইবো হাবিয়াসে,
কাহাৰ চাহিবো মুখ ।
মোক কোনে আসি,   আই আই বুলি,
পাহৰাইবে সবে দুখ ॥
এহি বুলি সতী,   পৰন্ত মাটিত,
কান্দি আৰ্ত্তনাদ কৰি ।
হেন দেখি আসি,   ব্ৰাহ্মণে বোলয়,
হাতত টোকোন ধৰি ॥ ৩৬৪
হাওৰে পাপিষ্ঠি,   কিসক কান্দস,
খুণ্ডাত ভাঙ্গিবো প্ৰাণ ।

ভাল ভৈল তোৰ, মৰিল পুত্ৰেৰ,
গুছিল আল জঞ্জাল ।
আৰু কোনে আৰে, খৰিবে পুৰিবে,
গঙ্গাত নিয়া পেলাও ।
শুনি মহাদই, দান্তে খেৰ লই,
কৰিলন্ত কাউ বাউ ॥ ৩৬৫
দেখিয়া ভৰ্চ্ছিয়া, মাতিলা ব্ৰাহ্মণে,
এড়াইলি এড়াইলি বুলি ।
শুনি শৈব্যা পাছে, মৃতক পুত্ৰক,
লৈযান্ত কোলাত তুলি ॥
গঙ্গাৰ তীৰক, কান্দন্তে লড়িলা,
জ্বলিল পুত্ৰ সন্তাপ ।
কুমৰৰ গুণ, বিনাই কান্দন্ত,
যাহান্তে কৰি বিলাপ ॥ ৩৬৬
নমো নমো হৰি, গুছায়ো সংহৰি,
সংসাৰৰ দুখ ভাৰ ।
কৃষ্ণৰ কিঙ্কৰে, ৰচিলা শঙ্কৰে,
ভুলাবী ছুৰী পয়াৰ ॥
শুনা সৰ্ব্বলোকে, হিত- চিন্তিয়োক,
আনন্দত সুখে থাকি ।

পাপক সংহাৰ, পুৰুষ উদ্ধাৰি,
হৰি হৰি বোলা ডাকি ॥ ৩৬৭

———:0:———

## পদ।

পক্ষিগণ বোলে মুনি শুনি থাকা কথা।
কহো নৃপতিৰ পাছে যিভৈল অৱস্থা ॥
এহিমতে মৰা পুত্ৰ শৈব্যা কোলে ধৰি।
পথত কান্দিয়া যান্ত আৰ্ত্ত নাদ কৰি ॥ ৩৬৮
কৈকু গৈলি পুতাই দুখিনীক এড়ি।
কিমতে ৰহিবো মই ব্ৰাহ্মণৰ চেড়ী ॥
কৈত আছা হৰিশ্চন্দ্ৰ মোৰ প্ৰাণপতি।
তুমি অবিহনে ভৈলোঁ অনাথ সঙ্গতি ॥৩৬৯
তব দয়াবন্ত কুমৰক খাইলে শাপে।
শুনি কিবা জীবা তুমি পুত্ৰৰ সন্তাপে ॥
মোক প্ৰভো কিয় আসি নকৰা আশ্বাস।
পুত্ৰৰ লগতে অগনিত কৰো বাস ॥ ৩৭০
এহি বুলি দীৰ্ঘ ৰাৱে কৰন্ত ক্ৰন্দন।
সেহি বেলা হৰিশ্চন্দ্ৰ ত্ৰিশঙ্কু নন্দন ॥
চাণ্ডালে পঠাইলে মৃতকক ফুৰি চান্ত।
ক্ৰন্দনৰ ৰাৱক দূৰতে কিহালন্ত ॥ ৩৭১

মৰিল মনুষ্য আনে পুড়িবাক প্ৰতি ।
নৰড়ন্তে লাগ আসি ধৰিলা নৃপতি ॥
কঙ্কালত লাঙ্গতি কান্ধত কোৰ পাৰি ।
বিকৃত চাণ্ডাল বেশ চিনিবে নোৱাৰি ॥ ৩৭২
ধূলায়ে জটিলাভৈলা আউল সবে কেশ ।
মহা কৃষ্ণ বৰ্ণ ভৈলা পিশাচৰ বেশ ॥
ডাড়ি গোফ ভোবোকাৰ দেখি আস্ৰেবন্তি ।
স্বামী হেন বুলি তাঙ্ক নিচিনিলা শান্তী ॥ ৩৭৩
চিনিবাক নোৱাৰিলা ৰজাযো ভাৰ্য্যাক ।
অপেশ্বৰা গণো ৰূপে নাতিল যাহাক ॥
ৰত্নৰ সলকা গণ আঙ্গুলিৰ পান্তি ।
তপ্ত সুবৰ্ণৰ বৰ্ণ শৰীৰৰ কান্তি ॥ ৩৭৪
সিটো তনু শুখাই সবে ভৈল চাৰ খাৰ ।
পৰিল বিবৰ্ণ যেন বিকৃত আকাৰ ॥
শৰীৰৰ বস্ত্ৰ আতি পৰে টোপে মলি ।
যেন ভিক্ষাৰিৰ নাৰী ধাৱে যান্ত চলি ॥ ৬৭৫
কতো বেলি পাইলা গৈয়া ভাগীৰথি তীৰ ।
দুখে শোকে শান্তাৰ শৰীৰ নোহে থিৰ ॥
ক্ষুমন্ত্ৰৰ শৰীৰক কানি খানি পাৰে ।
মৃতক পুত্ৰক শুশ্ৰূষন্ত বৰ নাৰী ॥ ৩৭৬

তাৰ মুখে মুখ দিয়া কৰন্ত বিলাপ।
সহিবে নোৱাৰো বাপ তোহোৰ সন্তাপ॥
কিসক নমাত মোক আই আই বুলি।
তোৰ শোক অগণি মাৰন্তে আছে পুলি॥ ৩৭৭
এবেসে জানিলো তই পুত্ৰ গৈলি মৰি।
এহি বুলি মাটিত পড়িলা ধাত কৰি॥
অচেতন ভৈলা মাত বোল নাহি দেখি।
মৃতক শিশুক ৰাজা চাহন্ত নিৰীক্ষি। ৩৭৮
গাত সবে আছে নৃপতিৰ যত চিহ্ন।
মহা সুলক্ষণ একো অঙ্গ নুহি হীন॥
অনুমানে জানো এক ৰাজাৰ ছৱাল।
কিবা দোষে ইহাৰ অল্পতে ভৈল কাল॥ ৩৭৯
আক দেখি মোৰ হৃদয়ত লাগে তাপ।
এহি বয়সৰ মোৰ ৰোহিতাশ্ব বাপ॥
এনয় আয়ত দুই কমল লোচন।
এহি মুখ কর্ণ নাসা কপাল দশন॥ ৩৮০
সমান শৰীৰ একে অৱস্থা আকৃতি।
নজানো ব্ৰাহ্মণে কিনি নিলে কোন ভিতি॥
এবে ছুইবে উমলান্তে ফুৰৈ ৰঙ্গ কৰি।
যদি নতু যমে নেই পুত্ৰাইক পাসৰি॥ ৩৮১

হৰি হৰি শিশু ইটো কাহাৰ নন্দন।
ইহাক দেখন্তে আসৈ উভতি ক্ৰন্দন॥
হা পুত্ৰ শোকে তোৰ কিকৰে জীৱন।
এহি বুলি ৰাজা ভৈলা সজল নয়ন॥ ৩৮২
অধোমুখে থাকিলন্ত পুত্ৰক সুমৰি।
ছুনাই চেতন লভি কান্দন্ত সুন্দৰী॥
হা সুকুমাৰ পুত্ৰ সৰ্ব্ব সুলক্ষণ।
কোনবা কুযোগে আসি মিলিল মৰণ॥ ৩৮৩
সৰ্ব্বাঙ্গে সুন্দৰ যেন সোণাৰ পুত্তলি।
মোক এড়ি পুত্ৰ আৰে কোন পুৰী গৈলি॥
জীয়ো মাৱে থলি পুতাই হৃদয়ত শাল।
আপুনি কৰিবো আজি আপোনাৰ কাল॥ ৩৮৪
হা প্ৰাণ নাথ হৰিশ্চন্দ্ৰ গৈলা কোই।
তোমাৰ স্নেহৰ হেৰা মৰে মহা দহি॥
কিয়নো আশ্বাস আৰে নকৰাহা মোক।
পৰিচ্ছেদা চাহা আসি ৰোহিতাশ্ব পোক॥ ৩৮৫
প্ৰাণ পুত্ৰ কৈক গৈলা ইজন্মক লাগি।
একেশ্বৰী ভৈলো কুলক্ষণী মন্দ ভাগী॥
হা বিধি ভৈল আৰে তোৰ মনে সুখ।
সপতিক দুখৰ উপৰি দিলি দুখ॥ ৩৮৬

ৰাজ্যৰ উচ্ছেদ ভৈল এড়িল সুহৃদে ।
ভাৰ্য্যা পুত্ৰ বিকা গৈল দক্ষিণাৰ পদে ॥
মহাৰাজঋষি হৰিশ্চন্দ্ৰ মহীপতি ।
নকৰিলা বিধতাই কোমনো দুৰ্গতি ॥ ৩৮৭
সিটো প্ৰাণনাথৰ নেদেখো আৰে ভাল ।
প্ৰাণে কি জীৱয় সুশুনিলো এত কাল ॥
যোনো প্ৰভো মোৰ শোকে দুখে গৈলমৰি ।
এহি বুলি মূৰ্চ্ছাগৈয়া পড়িলা সুন্দৰী ॥ ৩৮৮
হেন শুনি নৃপতিৰ বিস্ময় মনত ।
কিবা সচেতত আছো কিবা স্বপোনত ॥
কৈৰ নাৰী কান্দে ইটো মোৰ নাম লই ।
এহেন্তেসে জানো মোৰ শৈব্যা মহাদই ॥ ৪৮৯
জানো প্ৰাণ পুত্ৰ ৰোহিতাশ্ব আছে মৰি ।
জানিলা নিশ্চয় ৰাজা কান্তি চিত কৰি ॥
শোকে ধৰিলেক ভৈল বাতুল স্বভাৱ ।
পুত্ৰ পুত্ৰ বুলিয়া ত্যজিলা দীৰ্ঘবাৱ ॥ ৩৯০
দশোদিশ অন্ধকাৰ দেখি সেহিতালে ।
পুত্ৰৰ ভৰিত ৰাজা পড়িলা নিঢালে ॥
কতোক্ষণে শৰীৰত আসিল চেতন ।
আকুলে ব্যাকুলে ৰাজা কৰন্ত ক্ৰন্দন ॥ ৩৯১

মহাশোকে হিয়ে ভুকু মাৰি নৰনাথ ।
হাপুত্ৰ বুলি কতো আস্ফালন্ত মাথ ॥
কতো উঠি উঠি ৰাজা পড়ন্ত আছাৰে ।
কল্দলি বৃক্ষক যেন বাতাসে উৎপাড়ে ॥ ৩৯২
পুত্ৰ মুখে মুখদিয়া কৰন্ত বিলাপ ।
কিমতে এড়াইবো আৰে তোহোৰ সন্তাপ ॥
ইটো চক্ষু মুখ নাসা কপোল দেখন্তে ।
হিয়া ফুটি নযাই প্ৰভো আছোহো জীৱন্তে ॥ ৩৯৩
কোনে খেদি আসিবেক মাতা মাতা বুলি ।
হৃদয় আন্দোলে কাক কোলে লৈবো তুলি ॥
কাৰ ধূলি মাটি মোৰ লাগিবে কোলাত ।
ভোক লাগে বুলি কোনে লগাইবেক মাত ॥ ৩৯৪
মোহোৰ কোলাত কোনে যুড়িবেক আঙ্কি ।
কোনেনো মুখত চুম্বা দিবে গলে বান্ধি ॥
প্ৰাণতো অধিক মোৰ স্নেহৰ পুতাই ।
কৈক যাস মোক শোক সাগৰে পেলাই ॥ ৩৯৫
মৎস্য যেন তোক মই বিকিলো পাপীষ্ঠে ।
সেহি কষ্টে মোক জানো এড়ি গৈলা নিষ্ঠে ॥
হা বিধি এতেক কৰিয়া ক্ষমা নাই ।
সৰ্প হৈয়া খাইলে মোৰ পুত্ৰক দুনাই ॥ ৩৯৬

যতেক সৰ্ব্বস্ব ৰাজ্য ভাৰ মোৰ গৈলা ।
একেশ্বৰ ভৈলো পুত্ৰ ভাৰ্য্যায়ো নৰৈলা ॥
আপুনি চাণ্ডাল ভৈলো গৈল জাতি কুল ।
সবেও নভৈল পুত্ৰ সন্তাপৰ তুল ॥ ৩৯৭
কোন দৈবে খাইলে কুমৰক সৰ্প হুই ।
মোক খাহা আমি এড়াওঁ পুত্ৰ শোক জুই ॥
এহি বুলি নৃপতি কান্দন্ত হুক হুকি ।
কৈক গৈলা ৰোহিতাশ্ব বুলি দেন্ত উকি ॥ ৩৯৮
মৃতক পুত্ৰক হৃদয়ত ধৰি তুলি ।
নিঢালে পড়িলা তুনাই পুত্ৰ পুত্ৰ বুলি ॥
সহিবে নোৱাৰি ৰাজা শোকৰ ঝমক ।
হৰিল চেতন যেন দেখিল যমক ॥ ৩৯৯
নাহি মাত বোল থাকিলন্ত মূৰ্চ্ছা গই ।
হেন দেখি বিস্ময় ভৈলন্ত মহাদই ॥
কৈৰ গোটে কান্দে কুমৰক আক্কোৱালী ।
বিলাপ এড়িয়া শৈব্যা চাহান্ত নিহালি ॥ ৪০০
হৰিশ্চন্দ্ৰ নৃপতিৰ শুনো যেন মাত ।
তেনয় আকাৰ সুবলিত ভৰি হাত ॥
নিশ্চয় জানিলো মোৰ হোৱে প্ৰাণনাথ ।
তাঁহানেসে দেখো ইটো ছত্ৰাঙ্কুশ পাথ ॥ ৪০১

সেহিসে উন্নত নাসা যেন তিল.ফুল ।
প্ৰভুৰ দশন দেখো কুন্দ কুড়ি তুল ॥
পদ্মসম লোচন কুঞ্চিত নীল কেশ ।
বহুল হৃদয় সিংহ বন্ধ কটি দেশ ॥ ৪০২
ললিত বলিত সেহি অঙ্গুলিৰ পান্তি ।
চন্দ্ৰ বিম্ব সম সুহি সেহি নখ কান্তি ॥
এহেন্তেসে নৃপতি জানিলো নিস্ত কৰি ।
ভালেতো কান্দন্ত কুমৰক গলে ধৰি ॥ ৪০৩
একমনে বোলো যদি ৰাজা স্বৰূপত ।
কিসক ফুৰন্ত ইটো শ্মশান শালত ॥
হাতে কোৰ খানি দেখো চাণ্ডালৰ নয় ।
এহি বুলি শৈব্যা শান্তী ভৈলন্ত বিস্ময় ॥ ৪০৪
কিবা কুলক্ষণ আছে বুলি বিচাৰন্ত ।
মস্তকৰ পৰা তান চৰণ পৰ্য্যন্ত ॥
সকলো অঙ্কক শান্তী চাহান্ত নিৰেক্ষি ।
আছন্ত এগোটা ৰেখা ভৰি তলে দেখি ॥ ৪০৫
মহা কৃষ্ণবৰ্ণ আতি নিন্দিত সাক্ষাত ।
চাণ্ডাল হুইবেক হেন ৰেখা আছে তাত ॥
তাক দেখি শান্তী অতি ভৈলা বিমোহিত ।
তমোময় দেখিয়া পড়িলা পৃথিবীত ॥ ৪০৬

কতো বেলি সন্ধুকিয়া গদ গদ মাত।
অধোমুখ ভৈলন্ত গালত দিয়া হাত॥
সব সবি পৰ্কে লোহ কৰন্ত বিষাদ।
ধিক ধিক বিধি তোৰ হেনসে মৰ্য্যাদ॥ ৪০৭
স্তুতি ইন্দ্ৰ যেন হৰিশ্চন্দ্ৰ মহীপাল।
ইহাক কৰিলে আনি অধম চাণ্ডাল॥
ধিকাৰ আছোক তোৰ দাৰুণ হৃদয়।
যতেক বিহিত তোৰ সকলে বোলয়॥ ৪০৮
ৰাজ্যৰ খেদাই কৈলা চাণ্ডালৰ বেশ।
বিকাইল ভাৰ্য্যা পুত্ৰ দক্ষিণা উদ্দেশে॥
এতেক অৱস্থা দিয়া নাতিল ৰাজাক।
চাণ্ডাল কৰিলে নিয়া কোননো বিপাক॥ ৪০৯
হৰি হৰি কিনো ইটো পৰম অদ্ভুত।
পৰম আশ্চৰ্য্য আবে মিলিল পাৰত॥
কৃষ্ণৰ কিঙ্কৰে পদ ভণিলা শঙ্কৰে।
ডাকি হৰি হৰি বোলা লোক নিৰন্তৰে॥ ৪১০

———:0:———

# ছবী।

স্বামীৰ অৱস্থা দেখি, পতিব্ৰতা মহাদেৱ,
শোকানল জ্বলৈ নিদাৰুণ।

নপাস্ত চেতন জ্ঞান, দহয় সমস্ত প্ৰাণ,
পুত্ৰৰ সন্তাপে দশগুণ॥
বুক যেন যাই ফুটি, ধৰিবে নোৱাৰি উঠি,
নৃপতিৰ গলত বান্ধিল।
বৰ্ণাই বৰ্ণাই গুণ, অনেক কাৰুণ্য কৰি,
দুখ চাই অনেক কান্দিল॥ ৪১১
হৰি হৰি মহাৰাজা, প্ৰাণৰ বল্লভ মোৰ,
সাতো পৃথিবীৰ অধিপতি।
কিছু নোহে বেদ ধৰ্ম্ম, হেন কিয় যুগ কৰ্ম্ম,
তুমি ভৈলা চাণ্ডাল সঙ্গতি॥
দুখে মোৰ দহে দেহা, মাথা তুলি মোক চাহা,
তত্ৰু মহাদই মৰে কান্দি।
পাহৰিলা মোৰ নেহা, এড়িলাহা পূৰ্ব্ব স্নেহা,
আশ্বাস নোবোলা গলে বান্ধি॥ ৪১২
সৰ্ব্ব সৌভাগিনী নাৰী, পৃথিবীত আছো পৰি,
মোক শোক শেলে আছে শালি।
আজি প্ৰভুদেৱ কেনে, সুবৰ্ণৰ সিংহাসনে,
নোভোলাহা মোক আঙ্কোৱালী॥
হৰি হৰি প্ৰভু দেৱ, কিসক কেৱল গাৱ,
পড়িয়াছা কেৱলে ভূমিত।

নেদেখোহো ছত্ৰ দণ্ড, নুশুনোহো বাদ্য ভণ্ড
আগন্তু নকৰৈ নৃত্য গীত ॥ ৪১৩
পয়ানৰ বেলা যাৰ, সেনাৰ নেদেখো পাৰ,
হয় হস্তী ৰথ যাই যুড়ি।
বাদ্য ভণ্ড কোলাহল, কৰ্ণত হানয় তাল,
পাতাল পূৰত লাগে হুড়ি ॥
নদী সব উঠে পঙ্ক, স্বৰ্গত লাগয় চঙ্ক,
শত্ৰুৰ যাইবাক পুৰী নাই।
সিনো শ্ৰী কৈক গৈল, হেন সে বিপত্তি ভৈল
শ্মশানত ফুৰে মহাৰাই ॥ ৪১৪
আগুয়ান বেলা যাক, মহা মহা ৰাজা ঝাক,
সঘনে ধৰয় সবে আল।
হাতে শেল শূলধৰি, ফুৰে সবে দম্ভ কৰি,
ৰিপুৰ মধ্যত যেন কাল ॥
কতো ছত্ৰ ধৰৈ মাথে, কাহাৰো ভৃঙ্গাৰ হাতে,
কেহো কৰে চামৰে বতাস।
কিনো বিধি বিপৰ্য্যয়, দহে দেহা অতিশয়,
হেন ৰাজা চাণ্ডালৰ দাস ॥ ৪২৫
সিংহাসনে থাকা চড়ি, মহা পাত্ৰ গণে বেড়ি,
থাকে যেন ইন্দ্ৰক ত্ৰিদশে।

স্বৰ্গ মৰ্ত্ত্য ৰসাতলে, যাক সমে নাহি বলে.
জগত ব্যাপিল যাৰ যশে ॥
বুদ্ধি বৃহস্পতি সম, আছিলাহা নৰোত্তম,
কোন দৈবে দিলেক আপদ ।
মৃতকক চোৱা আসি, শ্মশানত থাকা বসি,
কাক গৃধে আবে সভাসদ ॥ ৪১৬
শৱৰ মাংসক গিলি, পিশাচৰ কিলা কিলি,
যক্ষ ৰক্ষ গণে চমৎকাৰ ।
নাড়ী মুণ্ড ভণ্ড ছয়, শুনিতে কৰ্দ্দম ময.
চিতা ধূমে দেখি অন্ধকাৰ ॥
শৃগালৰ ঘোৰ ৰাৱ, শুনি সিহৰিল গাৱ,
শবদে লাগয় কৰ্ণে ত্ৰাস ।
হৰি হৰি হৰিশ্চন্দ্ৰ, পৃথিবী লোকৰ ইন্দ্ৰ,
এবে ভৈল এই স্থানে বাস ॥ ৪১৭
এহি বুলি পাটেশ্বৰী, স্বামীৰ গলত ধৰি,
কৰিলন্ত বিষাদ অশেষ ।
"উঠিয়োক মহাৰাজ, স্বৰূপ কহিয়ো কাজ,
কেন ভৈলা চাণ্ডালৰ বেশ ॥
তোমাৰ অৱস্থা যিবা, স্বৰূপত দেখো কিবা,
কিবা দেখিয়াছো স্বপনত ।

ইয়ো যেবে হোৱে সঙ্কা, তপ জপ সবে মিছা,
আউৰ ধৰ্ম্ম নাহি সংসাৰত ॥ ৪১৮
স্বপ্নতো তোমাৰ মতি, পাপত নাহিকে ৰতি,
পৰম বৈষ্ণৱ ৰাজ ঋষি।
আজ মই মৰো মৰ্ম্মে, মহা যজ্ঞে দান ধৰ্ম্মে,
সহায় নভৈল কেহো আসি ॥
হেন শুনি নৃপবৰ, শোকে দহে কলেৱৰ,
কান্দিল শৈব্যাৰ গলে ধৰি।
গড়া গড়ি পৃথিবীত, কতো বেলি ধৰিচিত,
স্বস্থ হৈয়া ৰাজা পটেশ্বৰী ॥ ৪১৯
যিমতে চাণ্ডাল ভৈলা ভাৰ্য্যাত কহিবে লৈলা,
নিশ্বাস তেজিয়া নৃপবৰ ॥
শৈব্যায়ো কহিলা তাপে, যেন মতে খাইল সাপে,
যেন মতে মৰিল কুমৰ ॥
নৃপতি বোলয় প্ৰিয়া, নসহে আমাৰ হিয়া,
আপদৰ নেদেখোহো পাৰ ॥
কেৱলেসে আছে প্ৰাণ, নষ্টভৈল শ্ৰুতিজ্ঞান,
দশোদিশ দেখো অন্ধকাৰ। ৩২
দুখ ভুঞ্জি নপাওঁ ওৰ, মৰণত পৰে মোৰ,
উপায় নেদেখো মই আন ॥

কিন্তু মই পৰাধীন, চাণ্ডালৰ ঘৰে ঋণ,
কেনমতে এড়ো আৰে প্ৰাণ ॥
চাণ্ডালত মুণ্ডধিয়া, যেবে মই মৰো গৈয়া,
জলত বহ্নিত কৰি যাস ।
নৰকত কাল খপি, উপজিয়া পুনৰপি,
এহি চাণ্ডালৰ হৈবো দাস । ৪২১
অনেক যাতনা পাইবো, ৰৌৰৱ নৰকে যাইবো,
ছেদিবেক অসি পত্ৰ বনে ।
হাত ভৰি বান্ধি নিয়া, মাথাত কৰত দিয়া,
ছিড়িবেক যম দূত গণে ॥
যতেক নৰক আছে, সবাহাক্কে ভুঞ্জি পাছে,
চাণ্ডালৰো হইবো অধিকাৰ ।
এবে কোন বুদ্ধি কৰো, কিবা জীওঁ কিবা মৰো,
চিন্তা সাগৰৰ নপাওঁ পাৰ ॥ ৪২২
শুনা বান্ধে মহাদই, পুত্ৰৰ সন্তাপে মই,
জীৱাক নাহিকে মোৰ মতি ।
নৰকঁকো দিয়া পিঠি, মৰিবোহো নিস্তে নিঃস্তি
পাছে যেন লাগে হোক্ গতি ॥
চৌৰাশী নৰক ঘোৰ, পুত্ৰৰ সন্তাপে জুৰ,
কেহো মুহি কহিলো সাক্ষাত ।

যাৰ গাৱে ভৈল তাপ, সি কি আৰু চাৱে পাপ,
যেনেতেনে কৰো আত্মাঘাত ॥ ৪২৩
এখানে সাজিবো চিতা, পুত্ৰক তুলিয়া তথা,
জালিবো অগনি যত্ন কৰি ।
প্ৰাণকো এড়িবো তাত, বহ্নিত কৰিবো বাস,
পুত্ৰৰো লগতে যাইবো মৰি
নবাধিবা বান্ধে মোক, এড়াওঁ ইটো মহাশোক,
আপোনাৰ কৰো আজি কাল ।
এহি বুলি ৰাজা কান্দি, ভাৰ্য্যাক গলত বান্ধি,
অধোমুখ ভৈলা মহী পাল ॥ ৪২৪
নমো নমো জগন্নাথ, ভূমিত নমায়া মাথ,
চৰণত কৰো নমস্কাৰ ।
কৃষ্ণ পদ প্ৰসাদত, সিদ্ধি হোক অভিমত,
পদ হৌক অশেষ প্ৰচাৰ ॥
কায়স্থ শঙ্কৰ কবি, পয়াৰে ৰচিলা ছবী,
ছবী পদ চয় নিগদতি ।
শুনিয়োক সৰ্ব্বলোক, বৈকুণ্ঠক চলিয়োক,
হৰি হৰি বুলিয়া সম্প্ৰতি ॥ ৪২৫

———0:—

## পদ ।

পক্ষিগণে বোলে মুনি শুনা আত পৰে ।
কৰ্তো বেলি স্তব্ধ হৈয়া ৰাজা অনন্তৰে ॥
উঠিয়োক প্ৰিয়া আবে শোক পৰিহৰি ।
ব্ৰাহ্মণৰ গৃহক চলিয়ো প্ৰাণেশ্বৰী ॥ ৪২৬
ধন দি কিনিলে দাসী ভৈলা মহাদই ।
কেনমতে ব্ৰহ্মস্বক শুজিবা বাদ্ধুই ॥
ঘোৰ ব্ৰহ্মস্বক স্নুমৰন্তে লাগে ত্ৰাস ।
আছোক আমাক, দহিবেক আশ পাশ ॥ ৪২৪
যিবা জনে খাই বিষ তাক মাত্ৰ মাৰে ।
ব্ৰহ্মস্বে দগধ কৰে পুত্ৰ পৰিবাৰে ॥
অন্যচাৰি ব্ৰাহ্মণৰ হৰে তিল কুশ ।
দুৰ্ব্বাৰ ব্ৰহ্মস্বে দহে একৈশ পুৰুষ ॥ ৪২৮
চাণ্ডালৰ ঋণস্বক মোৰ নাহি ডৰ ।
ইহাক বঞ্চিলে নষ্ট হুইবো একেশ্বৰ ॥
ব্ৰাহ্মণৰ ব্ৰহ্মস্বে সবংশে যাইবো তল ।
হেনজানি বান্ধৈ সত্বৰ কৰি চল ॥ ৪২৯
কদাচিতো ব্ৰাহ্মণক নুবুলিবা খৰ্ব্ব ।
আউৰ ৰাজভাৰ্য্যা হেন নকৰিবা গৰ্ব্ব ॥
আড়ো অঙ্গ মাৰি দাসী ভাৱে নিবা কাল
দেৰ হেন বুলি ধৰা ব্ৰাহ্মণৰ আল ॥ ৪৩০

উপদেশ বাণী প্ৰাণেশ্বৰী তই শুন।
মোৰ মুখে কতেক বৰ্ণাইবোঁ তোৰ গুণ॥
তই হেন ভাৰ্য্যা পাইলো কত জন্ম ভাগে।
তোহোৰ কথাক আবে কি কহিবে লাগে॥ ৪৩১
কৰ্ম্ম সময়ত তোক মন্ত্ৰী হেন লেখি।
ৰঙ্গৰ কেলাত যেন তই প্ৰাণসখী॥
স্নেহৰ প্ৰস্তাৱে তই মাতৃ যেন ঠান।
শয়ন বেলাত তই দাসীৰ সমান॥ ৪৩২
কত তপসাই পাইলো তই হেন ভাৰ্য্যাক।
অতি অল্পকালে বিধি দণ্ডিলে আমাক।
কৰিকে নপাইলো অযোধ্যাত সুখ ভোগ।
আজি হন্তে তোৰ মোৰ মিলিল বিয়োগ॥ ৪৩৩
কেলি কৌতুহলে আছিলিহি মোৰ পাশ।
ক্ৰীড়াত কৰিলো তোক যিবা পৰিহাস॥
যেন ভৈল ৰঙ্গৰ সময় মন ৰোষ।
এহি তোত সাঁধো তাত নধৰিবি দোষ॥ ৪৩৪
আজি পৰিচ্ছেদা তোৰ মোৰ দেখা দেখি।
জন্মক লাগি মোক মেলি চোৱা আখি॥
থাকিয়োক বান্ধে মাতি যাওঁ যম পুৰ।
পুত্ৰৰ আমাৰ আশা আজি হন্তে দুৰ॥ ৪৩৫

শুনি মহাদইৰ ভৈল অন্তৰীক্ষ প্ৰাণ ।
কতো বেলি শৰীৰত নাছিলন্ত জ্ঞান ॥
নসহে হৃদয় শোক পোৰে ভক ভকি ।
স্বামী আগে পড়িয়া কান্দয় মক মকি ॥ ৪৩৬
বজ্ৰ সম বাণী কেনে বুলিলো সুগুণি ।
তুমিও জানিলা মই হেন নিদাৰুণী ॥
ধৰিবে কি পাৰো প্ৰাণ পতি পুত্ৰ শোকে ।
এত কদৰ্থনা কেনে কৰিলাহা মোকে ॥ ৪৩৭
দণ্ডেকো নেদেখি মোক নাছিল নিবাস ।
মৰণ বেলাত কেনে এড়িবাক চাস ॥
হেনয় নিষ্ঠুৰ বাণী বোলা কোন সতে ।
হৃদয় বিদীৰ্ণ শোক সহিবো কিমতে ॥ ৪৩৮
স্ত্ৰী জাতি ভৈলে তাৰ স্বামী জীৱ প্ৰাণ ।
স্বামীসে দেৱতা যত তপ জপ ধ্যান ॥
হেন স্বামী মৰিলে যি জনি নমৰয় ।
বজ্ৰতো অধিক দেখো তাইৰ হৃদয় ॥ ৪৩৯
দণ্ডেকো নিজীবো প্ৰভো তুমি অবিহনে ।
কুলক্ষণি বিধৱাৰ কি কৰে জীৱনে ॥
মই নেৰোঁ তথাপিতো প্ৰাণ যাই এড়ি ।
কোন মতে ৰহিবোহো ব্ৰাহ্মণৰ ছেড়ি ॥ ৩৪০

সহগামী যাও কৰ্ম্মে যেন যুৱাই হোক।
ধৰিবে নোৱাৰো এই মহা দুঃখ শোক॥
হেন জানি প্ৰভো আৰু নকৰা নৈৰাশ।
তোমাৰ লগতে কৰো অগনিত জাস॥ ৪৪১
ৰাজা বোলে বান্ধে তভো বোল এই বাণী।
অগনিত পড়িয়া মৰিবো তিনি প্ৰাণী॥
উঠিলন্ত ৰাজা দিয়া এহি সমিধান।
গঙ্গাতীৰে নিৰ্ম্মিলা বহল চিতাখান॥ ৪৪২
কৰন্ত সত্বৰ আতি মৰিবাক লাই।
আনিল সুখান কাষ্ঠ ছয় মহাবাই॥
কেতিক্ষণে প্ৰাণ যাইবে চিত্তে উত্ৰাৱলে।
স্নানিলন্ত গৈয়া দুয়ো নামি গঙ্গাজলে॥ ৪৪৩
মৃতক পুত্ৰৰ গাৱ ধুৱাইলন্ত আনি।
গঙ্গাক নমিয়া উঠিলন্ত দুই প্ৰাণী॥
পুত্ৰক চিতাত তুলি লগাইলন্ত জুই।
সূৰ্য্যক নমিলা পাছে কৃতাঞ্জলি দুই॥ ৪৪৪
কৰযোড়ে অগ্নিকো কৰিলা প্ৰদক্ষিণ।
বিষ্ণুক চিন্তিয়া দুয়ো ভৈল ভয় হীন॥
প্ৰাণত নিস্নেহ হুয়া কৰি মন সাস।
হৰি হৰি বুলিয়া বহ্নিত দিলা জাস॥ ৪৪৫

উঠলিয়া গৈল বহ্নি গগণ শিখৰ।
নেদেখয় তিনিয়ো প্ৰাণীৰ কলেৱৰ॥
দশোদিশে ৰোল উঠলিল হাহাকাৰ।
হা মহাৰাজা পুৰি ভৈল চাৰখাৰ॥ ৪৪৬
অশেষ প্ৰশংসা কৰে স্বৰ্গৰ দেৱতা।
সাধু হৰিশ্চন্দ্ৰ সাধু শৈব্যা পতিব্ৰতা॥
বৰষিল অসংখ্যাত কুসুম সুৰভি।
অন্তৰীক্ষ ঢাকি বাৱে দেৱৰ দুন্দুভি॥ ৪৪৭
পুণ্যৰ প্ৰভাৱে বহ্নি ভৈলা সুশীতল।
দহিলন্ত সবে শৰীৰৰ মাত্ৰ মল॥
গুছিল কুবেশ তাসম্বাৰ কলেৱৰ।
প্ৰকাশয় নিৰ্ম্মল যেহেন শশধৰ॥ ৪৪৮
সেহিবেলা ধৰ্ম্ম ইন্দ্ৰ বিশ্বামিত্ৰ ঋষি।
কৰিলন্ত নৃপতিক প্ৰশংসা হৰিষি॥
ধন্য ধন্য হৰিশ্চন্দ্ৰ বড় যশ পাইলি।
আথে বেথে বহ্নিক সুমাইল পানী ঢালি॥ ৪৪৯
বাৱে বিদ্যাধৰে অপেস্বৰা কৰে নৃত্য।
ইন্দ্ৰদেৱে শৰীৰত সিঞ্চিলা অমৃত॥
জীলা ৰোহিতাশ্ব তৈত উঠিয়া বসিল।
দেখি ৰাজা আনন্দে পুত্ৰক আলিঙ্গিল॥ ৪৫০

বুকত সাবটি কৰিলন্ত শিৱ ত্ৰাণ।
আঠ গুণ তেজ দশ গুণে ভৈলা প্ৰাণ ॥
সাবটিলা আনন্দে পুত্ৰক শৈব্যা শান্তী।
মিলিল উৎসৱ সবে খণ্ডিলা দুৰ্গতি ॥ ৪৫১
আপুনি পিন্ধাইলা ইন্দ্ৰদেৱে অলঙ্কাৰ।
দেবাঙ্গ বসন মনুষ্যত অপ্ৰচাৰ ॥
দিব্য পুষ্প চন্দনে ভূষিত কলেৱৰ।
ভৈলা হৰিশ্চন্দ্ৰ যেন দুতি পুৰন্দৰ ॥ ৪৫২
অপেস্বৰা গণে আসি শৈব্যাক বেঢ়িলা।
দিব্য বস্ত্ৰ অলঙ্কাৰে শৰীৰ মণ্ডিলা ॥
পাৰিজাত সিঞ্চিলা উজ্জ্বল ভৈলা কান্তি।
কৰিলা দীপিতি আতি শৈব্যা মহাশান্তি ॥ ৪৫৩
কুমৰক পিন্ধাইলন্ত দিব্য অলঙ্কাৰ।
খণ্ডিল আপদ বুলি দিলন্ত জোকাৰ ॥
গাৱে বাৱে বিদ্যাধৰে নাচে অপেস্বৰা।
সিদ্ধগণে প্ৰশংসন্ত আকাশৰ পৰা ॥ ৪৫৪
গন্ধৰ্ব্বে কৰিলা আতি দুন্দুভি সম্বাদ।
নাৰদ প্ৰমুখে ঋষি দিলা আশাৰ্ব্বাদ ॥
ধন্য হৰিশ্চন্দ্ৰ যশ কৰিলা প্ৰস্কাত।
এহি বুলি শিৰত সিঞ্চিলা পাৰিজাত ॥ ৪৫৫

ধৰ্ম্মে আসি বোলন্ত নৃপতি উঠ উঠ ।
আমি ধৰ্ম্ম ইন্দ্ৰ তযু কৰ্ম্মে ভৈলো তুষ্ট ॥
দিব্য বিমানত আসি চড়িয়ো সম্প্ৰতি ।
স্ব শৰীৰে স্বৰ্গক চলিয়ো মহামতি ॥ ৪৪৬

বাসৱ বদতি শুনা হৰিশ্চন্দ্ৰ ৰাই ।
মোৰ বৰে তোমাৰ নিৰ্ম্মল ভৈল কাই ॥
আগ বঢ়াইবাক আসিয়াছো দেৱবৰ্গ ।
ভাৰ্য্যা পুত্ৰ সমন্বিতে চলিয়োক স্বৰ্গ ॥ ৪৫৭

অ উৰ পৃথিবীত থাকিবাৰ নোহে যোগ্য ।
দেৱগণ সহিতে ভুঞ্জিয়ো দেৱ ভোগ্য ॥
মনুষ্য দুৰ্ল্লভ দিব্য বিমানত চড়ি ।
বিলম্ব নকৰি শীঘ্ৰে স্বৰ্গে যাহা লড়ি ॥ ৪৫৮

শুনি নৃপতিৰ মনে আনন্দ মিলিল ।
এড়াইলন্ত ক্লেশ যেন নিদ্ৰাৰ জাগিল ॥
ভাৰ্য্যায়ে সহিতে ৰঙ্গে ছালিলন্ত গাৱ ।
ধৰ্ম্ম ইন্দ্ৰ দুইহস্তৰো নমিলন্ত পাৱ ॥ ৪৫৯

কৰ, যোড় কৰিয়া বোলন্ত নৃপবৰ ।
হৃদয়ৰ কথা শুনা ধৰ্ম্ম পুৰন্দৰ ॥
ভাৰ্য্যাক বিকিলো মই ব্ৰাহ্মণৰ ঘৰে ।
আপুনিয়ো দাস মই ভৈলো চাণ্ডালৰে ॥ ৪৬০

যাবন্তেকে তাসম্বাৰ নপাওঁ অনুমতি।
কেনমতে আমাৰ হৈবেক সদগতি ॥
ধৰ্ম্মে বুলিলন্ত ৰাজা জানা নিস্তকৰি।
মই সে আছিলো চাণ্ডালৰ ৰূপ ধৰি ॥ ৪৬১
পূৰ্ব্ব জনমৰ কৰ্ম্ম লিখিত কপাল।
তোমাৰ হুইবেক লাগে অবশ্যে চাণ্ডাল ॥
মায়ায়ে ভুঞ্জাইলো সিটো কৰ্ম্ম ভৈল ক্ষয়।
নকৰিবা ৰাজা কষ্ট এড়িয়ো শংসয় ॥ ৪৬২
বাসৱে বোলন্ত মই আছিলো ব্ৰাহ্মণ।
ভাৰ্য্যা পুত্ৰ তোমাৰ কিনিয়া দিলো ধন ॥
পৰীক্ষিলো আপুনি যতেক তপধৰ্ম্ম।
এড়িয়োক চিন্তা ৰাজা নকৰিয়ো মৰ্ম্ম ॥ ৪৬৩
শুনি নৃপতিৰ ভৈলা হৰিষ অশেষ।
মায়া জানি গুছিল মনৰ যত ক্লেশ ॥
ইন্দ্ৰক বোলন্ত শুনিয়োক দেৱৰাজ।
আঁক এক গোটা মোৰ আছে মুখ্য কাজ ॥ ৪৬৪
অযোধ্যাৰ প্ৰজা মোৰ যেন পুত্ৰ ভাই।
মই এড়িলতে সবে মৃতক পৰাই ॥
তাসম্বাক চাহিবে মোহোৰ মন আছে।
প্ৰবোধিয়া প্ৰজাক স্বৰ্গক যাইবো পাছে ॥ ৪৬৫

মই সিটো লোকৰ সম্যকে জীৱ প্ৰাণ ।
তাত পৰে মোহোৰ বান্ধৱ নাহি আন ॥
তাসম্বাক নোদশি স্বৰ্গতি হৈবে দুখ ।
দিয়ো অনুমতি মই দেখো প্ৰজা মুখ ॥ ৪৬৬
বাসৱে বোলন্ত এহি শোক নৃপবৰ ।
বিমানত চড়ি যাযো অযোধ্যা নগৰ ॥
আপনা ইচ্ছায়ে কৰা প্ৰজাক আশ্বাস ।
পাছে মহা ৰঙ্গে চলা দেৱৰ নিবাস ॥ ৪৬৭
হেন শুনি নৃপতিৰ হৰিষ মনত ।
ভাৰ্য্যা পুত্ৰ সমে আৰোহিলা বিমানত ॥
নানা বিধ দেৱ বাদ্য বাৱে আগে পাছে ।
গন্ধৰ্ব্বে যোগায গীত অপেস্বৰা নাছে ॥ ৪৬৮
বাৱে বিদ্যাধৰ গণে আগত মৃদঙ্গ ।
পুষ্প বৰষিয়া সিদ্ধ গণে কৰে ৰঙ্গ ॥
বামে শৈব্যা পটেশ্বৰী কোলাত কুমৰ ।
চলি গৈলা হৰিশ্চন্দ্ৰ দুতি পুৰন্দৰ ॥ ৪৬৯
চড়ি বিমানত আতি ছানিয়া আকাশ ।
দ্বিতীয় আদিত্য যেন কৰয় প্ৰকাশ ॥
দশোদিশ উঠিয়া দুন্দুভি বাদ্য বাজে ।
ঊৰ্দ্ধ দৃষ্টি সচকিত চাৱে সামৰাজে ॥ ৪৭০

ক্ষণেক পাইলন্ত গৈয়া অযোধ্যা নগৰী।
স্তম্ভিলা বিমান পাছে আকাশ আবৰি॥
নানা বিধ দেৱ বাদ্য শবদ তম্বুল।
দেখিয়া লোকৰ ভৈলা মনত আকুল॥ ৪৭১
ঊৰ্দ্ধ দৃষ্টি সচকিতে চাৱে সবে প্ৰজা।
দেখে বিমানত আছে হৰিশ্চন্দ্ৰ ৰাজা॥
কোলাত কুমৰ বামে শৈব্যা পটেশ্বৰী।
শতগুণে জ্বলৈ কান্তি পূৰ্ব্বাধিক কৰি॥ ৪৭২
ৰাজাক দেখিয়া ভৈলা হৰিষ প্ৰজাৰ।
শুভশুভ বুলি সবে দিলেক জোকাৰ॥
লৰড়া লম্বুড়ি ৰঙ্গে কৰে হুলা হুলি।
নাৰীগণে জুমে জুমে পাড়য় উৰুলি॥ ৪৭৩
আবেসে আমাৰ সবে খণ্ডিল ললাট।
এহি বুলি প্ৰজাসবে ছানি আসে বাট॥
ৰাজাক দেখিতে সবে ব্যাকুল স্বভাৱ।
দেখ নৃপতিয়ো নামি ভৈলা ভূমি পাৱ॥ ৪৭৪
যেন পিতা পুত্ৰে কতো কালে একঠাই।
গুছিল বিয়োগ আনন্দৰ সীমা নাই॥
সিঞ্চে দুৰ্ব্বাক্ষত সবে ৰাজাক আবৰি।
হৰিষতে কান্দে কতো হাতে পাৱে ধৰি॥ ৪৭৫

আজিসে আমাৰ ভৈল মনৰ উদ্ধাৰ ।
আজি সুপ্ৰসন্ন ভৈল বিধৰ্ত্তা আমাৰ ॥
আজিসে জানিলো বজ্ৰ গুচ্ছাইলন্ত বিধি ।
ছুনাই হাত মেলি পাইলো হৰাইবাৰ নিধি ॥ ৪৭৬
বাৰ্ত্তাকো নপাইলো প্ৰভু গৈলা কোন ঠান ।
তোমাক নেদেখি যেন ফুটিযাই প্ৰাণ ॥
আজিসে জুৰাইলো হিয়া বোলে প্ৰজাগণে ।
তোমাৰ কমল মুখ পিয়োহো নয়নে ॥ ৪৭৭
হেন দেখি নৃপতিৰ পালটিল মন ।
কোন মতে এবে এড়ি যাইবো প্ৰজাগণ ॥
মনে বিমৰিষি হৰিশ্চন্দ্ৰ নৃপবৰ ।
কৰযোড়ে বাসৱক দিলন্ত উত্তৰ ॥ ৪৭৮
দেৱৰাজ তোমাক কৰোহো নমস্কাৰ ।
হাত-যোড়ে বোলো শুনা বচন আমাৰ ॥
অযোধ্যাৰ লোকৰ আমিসে সবে প্ৰাণ ।
মোক বিনা স্বপনতো নিচিন্তয় আন ॥ ৪৭৯
দেৱতো পিতৃত কৰি আমাত ভকতি ।
আসম্বাক এড়িবাক নাহিকে শকতি ॥
স্বৰ্গ যদি যাওঁ মই পাইবো উপতাপ ।
ভক্তক পৰিত্যাগ হোৱে মহাপাপ ॥ ৪৮০

গুৰুবধ্ব ব্ৰহ্মবধ যিবা জনে কৰে ।
গৰু মাৰে ব্ৰাহ্মণৰ সুবৰ্ণক হৰে ॥
গুৰু পত্নী হৰে আৰু কৰে সুৰাপান ।
ভকতক ত্যাগে নোহে তত্তুল্য সমান ॥ ৪৮১
পৰম ভক্তক যিটো এড়ে দুৰাচাৰ ।
ইহ পৰলোকে দুখ মুগুছে তাহাৰ ॥
হেন জানি কিঞ্চিত্তেকে নেড়িবো প্ৰজাক ।
যাযোক স্বৰ্গক ইন্দ্ৰ এড়িয়ো আমাক ॥ ৪৮২
মোহোৰ লগত যেবে যাইবে প্ৰজাবৰ্গ ।
দেৱৰাজ তেবেসে জানিবা যাইবো স্বৰ্গ ॥
প্ৰজাৰ লগতে নৰকত হৌক বাস ।
প্ৰজাক এড়িবে মোৰ নাহি অভিলাষ ॥ ৪৮৩
বাসৱে বোলন্ত শুনিয়োক মহাৰাজা ।
ভিন্নে ভিন্নে পাপ পুণ্য কৰিয়াছে প্ৰজা ॥
একেলগে কিমতে কৰিবা উপভোগ্য ।
কেন মতে বোলা তুমি বচন অযোগ্য ॥ ৪৮৪
তুমি কৰিয়াছা মহাযজ্ঞ ৰাজসূয় ।
চিৰকালে স্বৰ্গত থাকিবা দেৱ হই ॥
আপোনাৰ কৰ্ম্মকেসে ভুঞ্জিবাক পাই ।
কেমন মতে প্ৰজাসমে জুইবা একঠাই ॥ ৪৮৫

হৰিশ্চন্দ্ৰ বদতি শুনিয়ো দেৱৰাই ।
যেনমত আমাৰ আছয় অভিপ্ৰাই ॥
যতেক সিজিল কৰ্ম্ম প্ৰজাৰেসে বলে ।
প্ৰজা যেবে নাহি কিবা কৰিবো একলে ॥ ৪৮৬
হেন প্ৰজাগণ এড়ি যাইবো স্বৰ্গ লোভে ।
প্ৰজায়ে সহিতে মোক নৰকত শোভে ॥
যাহাৰ নিমিত্তে মই বোলাও মহাৰাজ ।
হেন প্ৰজা এড়িয়া স্বৰ্গত নাহি কাজ ॥ ৪৮৭
একবাক্য বোলো ইন্দ্ৰ হোৱা সাৱধান ।
যেবে তপ জপ কৰি আছো কিছুমান ॥
যেবে মহাযজ্ঞ মোৰ ভৈল স্বৰূপত ।
যিবা পুণ্যে চিৰকাল থাকিবো স্বৰ্গত ॥ ৪৮৮
প্ৰজাৰ নিমিত্তে মই কৰিলো উৎস্বৰ্গ ।
মোৰ পুণ্যে প্ৰজাৰ সহিতে যাইবো স্বৰ্গ ॥
ইন্দ্ৰক শুনায়া ৰাজা বুলি এহি বাণী ।
তিল কুশ আনি উৎসৰ্গিয়া দিলা পানী ॥ ৪৯৯
পুৰাণ কাহিনী শুনা সভাসদ যত ।
বৈষ্ণৱৰ দেখা কেন কৃপাৰ মহত্ব ॥
আপোনাৰ পুণ্য দিয়া প্ৰজাক পালয় ।
তপজপ যজ্ঞ দান যতেক আছয় ॥ ৪৯০

জগতৰ পুণ্যমানে জানা নিস্তকৰি।
প্ৰাণী উপকাৰৰ অল্পকো নুহি সৰি ॥
হেনজানি প্ৰাণীক অভয় দিয়া দান।
বোলা হৰি হৰি পাইবা বৈকুণ্ঠত থান ॥ ৪৯১

—————:0:—————

## ছুলৰী।

এতেক বচন, শুনিয়া ৰাজাৰ,
আছিল যতেক পুণ্য।
উৎসৰ্গি দিবাৰ, ফলে তেতিক্ষণে,
হৈলা সহস্ৰেক গুণ ॥
ধৰ্ম্ম ইন্দ্ৰদেৱে, ধন্য ধন্য বুলি,
পুষ্প বৰিষিলা মাথে।
আকাশ চানিয়া, দুন্দুভি সম্বাদ,
কৰন্ত দেৱৰ নাথে ॥ ৪৯২
বায়ে বিদ্যাধৰে, গন্ধৰ্ব্বে গায়য়,
অপেস্বৰা গণে নাচে।
সিদ্ধ মুনি সবে, প্ৰশংসা কৰন্ত,
আনো যত দেৱ আছে ॥
সেহিবেলা ইন্দ্ৰে, দূত পঠাইলন্ত,
গৈলা অযোধ্যা থান।

স্বৰ্গ হন্তে আসি, ভূমিত ন্যামিলা,
অসংখ্য কোটি বিমান ॥ ৪৯৩
স্বৰ্গক ছাড়িয়া, নমিলা ভূমিত,
যেন সূৰ্য্য অসংখ্যাত ।
অমৃত সমান, যত উপভোগ,
বাঞ্ছিলে মিলয় তাত ॥
সুবৰ্ণ কিঙ্কিনী, বাজে ৰিণি জিনি,
দিব্য ৰত্নে পাৰে ঝিকি ।
জল স্থল ঘুৰি, ৰহিলা বিমান,
অযোধ্যা নগৰ ঢাকি ॥ ৪৯৪
বাসৱে বোলন্ত, ধন্য হৰিশ্চন্দ্ৰ,
সূৰ্য্যবংশী মহাৰাই ।
যেহি মনবাঞ্ছা, সেহি সিদ্ধি ভৈল,
আক আছা কিবা চাই ॥
যাক মন আৰে, তাক লোৱা লগে,
বিমানে চড়োক আনি ।
সৃষ্টি থাকে মানে, ৰহিল তোমাৰ,
ইটো মহা যশ ৰাশি ॥ ৪৯৫
এতেক বচন, শুনি নৃপাতিৰ,
হৰিষ ভৈলা অশেষ ।

সমস্ত প্ৰাণীক, আপুনি মাতিয়া,
কৰিলা ৰাজা আদেশ ॥
অযোধ্যা নগৰে, যত লোক আছে,
সবে বিমানত চড়া।
স্বপুত্ৰ বান্ধৱে, স্বৰ্গক লাগিয়া,
আমাৰ লগতে লড়া ॥ ৪৯৬
যত গজ বাজী, মহিষ মেথন,
গৰ্দ্দভ ছাগল গৰু।
কুকুৰ বিড়াল, হংস পাৰ যত,
তত তৃণ বন তৰু ॥
পতঙ্গ পৰ্য্যন্তে, যত জীৱ জন্তু,
মোৰ অযোধ্যাত আছে।
বিমানে চড়িয়া, আগতে চলোক,
মই চলি যাইবো পাছে ॥ ৪৯৭
ৰাজাৰ বচন, শুনিয়া লোকৰ,
আনন্দৰ নাহি পাৰ।
স্বৰ্গক যাইবাৰ, লাগি উসমিস,
ভৈলেক সবে প্ৰজাৰ ॥
লৰড়া লৰড়ি, ৰিঙ্গাবাৰ কৰি,
সবে ভৈলা এক ঠাই।

আথেবেথে দিব্য, বিমানক বাছি,
লৰৈ ভাল ভাল চাই ॥ ৪৯৮
আপোন গৃহৰ, দুৱাৰক লাগি,
লৈযান্ত আপুনি ধৰি।
আছে মানে সবে, সৰ্ব্বস্ব তোলয়,
ছাগ গৰু আদি কৰি ॥
সবাক্কৰে প্যাছে, বিমানত চড়ি,
পিন্ধে দিব্য অলঙ্কাৰ।
দেবাঙ্গ বসন, গাৱত পিন্ধয়,
গন্ধে পুষ্পে জাতিস্কাৰ ॥ ৪৯৯
দিব্য ৰত্নময়, আসনে উঠিয়া,
বসয় ইচ্ছা সুখদে।
দিব্য মালা যত, পৰিধান কৰে,
যোগাৱে পঞ্চ শবদে ॥
যত দেৱ ভোগ, ভুঞ্জে সবাক্কৰে,
মিলিল কৰ্ম্মৰ ভোগ।
বিমানত চড়ি, আকাশৰ পথে;
নৃপতিৰ লয়ে লাগ ॥ ৫০০
এহি মতে প্ৰজা, গণে খিয়াপিল,
অন্যে অন্যো ৰঙ্গে হাস্থি।

যত জীয়া জন্তু, বিমানে চড়িয়া,
পিপৰা পৰ্য্যন্তে আসি ॥
সবাকো নৃপতি, লগত লৈযান্ত,
যত বৃক্ষ লতা বন ।
ভূমিক এড়িয়া, সবে আলগিল,
অযোধ্যা ভৈল উচ্ছন্ন ॥ ৫০১
সবাৰো মাজত, জ্বলন্ত নৃপতি,
দিব্য বিমানত বসি ।
তাহাৰ মধ্যত, প্ৰকাশ ভৈলন্ত,
যেন পূৰ্ণিমাৰ শশী ॥
মনুষ্যৰ চেষ্টা, গুছিল সবাৰো,
দেৱৰ যেন স্বভাৱ ।
জগতে আশ্চৰ্য্য, ভৈল নৃপতিৰ,
দেখিয়া পুণ্য স্বভাৱ ॥ ৫০২
ইন্দ্ৰৰ আদেশে, চড়িল বিমানে,
গগন মণ্ডল ঢাকি ।
অসংখ্যাত কোটি, কিঙ্কিনী বাজয়,
ডুন্দুভি শবদ জাকি ॥
আনো নানা বিধ, বায়ে দেৱ বাদ্য,
কৰৈ মহানৃত্য গীত ।

দেৱতাৰ শ্ৰীক, লভিয়া প্ৰজাৰ,
আনন্দে নধৰে চিত ॥ ৫০৩
সবাৰো মাজত, উজ্জ্বল বিমান,
কৈলাস সম মন্দিৰে ।
দিব্য সিংহাসনে, বসিয়া নৃপতি,
চলি যান্ত ধীৰে ধীৰে,
ইন্দ্ৰৰ যতেক, পৰিষদ আছে,
মিলিল ৰাজাত আজি ।
আনন্দিত চিত্তে, ভাৰ্য্যাৰ সহিতে,
ক্ৰীড়া কৌতুহলে হাসি ॥ ৫০৪
নানা বীণা বেণু, মৃদঙ্গ বজাৱে,
গন্ধৰ্বে গাৱয় গীত ।
মুখ্য মুখ্য অপে স্বৰা গণে কাছি,
আগত কৰয় নৃত্য ॥
কতো যোগাৱয়, কৰ্পূৰ তাম্বুল,
কতো জাস্তে হাত ভৰি ।
কতো দুইপাশে, চামৰে ঢুলয়,
মাথে শ্বেতছত্ৰ ধৰি ॥
অমৃত প্ৰভৃতি, যত দেৱ ভোগ,
আগতে যোগায় আনি ।

সিদ্ধ মুনি গণে, উপাসি যাহান্তে,
বোলন্ত প্ৰশংসা বাণী।
হেন মহাৰাজা, নভৈল মুহিব,
আউৰ পৃথিবীৰ মাজে ॥
ধন্য ধন্য মহা, ৰাজা হৰিশ্চন্দ্ৰ,
প্ৰশংসে জ্ঞানী সমাজে ॥ ৫০৬
এহিমতে ৰাজা, আনন্দে উৎসৱ,
পাইলন্ত স্বৰ্গৰ কোল।
নৃপতিক দেখি, স্বৰ্গবাসী লোক,
কৰে জয় হৰি ৰোল ॥
সাধু সাধু হৰি শ্চন্দ্ৰ নৃপবৰ,
জগত ব্যাপিল যশে।
যাৱে চন্দ্ৰ সূৰ্য্য, থাকিল খিয়াতি,
প্ৰশংসে বেঢ়ি ত্ৰিদশে ॥ ৫০৭
হৰিশ্চন্দ্ৰ ৰাজা, মহা পুণ্য বলে,
প্ৰজাক নিলে উদ্ধাৰি।
নগৰ আকাৰ, কৰিয়া বিমান,
থাপিলন্ত সাৰি সাৰি ॥
যাক যেন যোগ্য, বসাইল স্বৰ্গত,
বৈলা কতো দুৰ যুৰি।

অদ্যাপি স্বর্গত, দেখিয়ো প্রত্যেক,
নামে হরিশ্চন্দ্র পুরী ॥ ৫৮৮

সুবর্ণে সাজন্ত, যেন মেরুগিরি,
রাজার বিমান জলে ।

ইন্দ্রতো অধিক, ভৈলন্ত শ্রীমন্ত,
প্রতাপে সূর্য্যতো বলে ॥

পুণ্যর প্রভাবে, যতেক ত্রিদশে,
উপাসে রাজাক আসি ।

এহিমতে হরি শ্চন্দ্র থাকি গৈল,
সমুস্ত স্বর্গ প্রকাশি ॥ ৫০৯

রাজার পুণ্যর, সমৃদ্ধি দেখিয়া,
শুক্রে বুলিলন্ত শুণি ।

হেন ক্ষমাধর্ম্ম, দানর মহত্ব,
নতু দেখি নতু শুনি ॥

রাজার লগত, সমস্ত অযোধ্যা,
আসি পাইলা স্বর্গস্থান ।

ধর্ম্মর প্রভাবে, হরিশ্চন্দ্র পুরী
ভৈগৈল চন্দ্র সমান ॥ ৫০১

নমো হরি পদ, পঙ্কজ যুগল,
যাক যোগী করে ধ্যান ।